লুইজি বার্টোলিনী

# বাইসাইকেল চোর

অনুবাদ

চারুদত্ত



শ্রীভূমি পাবলিশিং কোম্পানী
৭৯, মহাত্মা গান্ধী রোড্
কলিকতা-৯

মোৰ নতুন বাইচাইকেলখন কালি হেৰাল। হেৰাল বুলি কলে ভুল হব, কোনোবাই চুৰি কৰিলে। মই জোতাৰ দোকানখনত সোমোৱাৰ সুময়ত বাইচাইকেলখন চুৰি হল।

চুৰি হোৱা বাইচাইকেলখন বিচৰাৰ উপযুক্ত স্থান হৈছে পিয়াজা ডেল্ল মন্ট। এই ঠাইখন কেম্প' ডি ফিয়ৰিৰ নিচেই ওচৰতে।

কেম্প' ডি ফিয়ৰি হল চোৰ-ডকাইতৰ আড্ডা। আগতকৈ বৰ্তমান সময়ত সিহঁতৰ সংখ্যা এশগুণে বৃদ্ধি হৈছে। তাৰ ওচৰে-পাঁজৰে ভিয়া ডেই বলাৰী, ভিয়া ডেই কৰোনাৰী, ভিকল' ডেল চিংক অঞ্চলত আছে সিহঁতৰ গুপ্তস্থান—হোটেল, বাসস্থান, মদৰ দোকান আৰু নানা তৰহৰ মালৰ দোকানবোৰ।

কালি মই ভিয়া ডেলা স্ক্রোফাৰ দোকানবোৰত ক'লা জোতাৰ ৰং বিচাৰিছিলো। কিন্তু কোনো দোকানতেই পোৱা নাছিলো। তাত নাপাই গলো পিযাজা নাভোনালৈ আৰু তাতেই দুৰ্ভাগ্যক্রমে শাক-পাচলিৰ বেপাৰী এজনক জোতাৰ ৰং ক'ত পোৱা যাব সুধিলো। সি ভিয়া ডেই বলাৰীত পোৱা যাব বুলি কোৱাত মই জোতাৰ ৰং কিনা কামটো সেইদিনালৈ স্থগিত ৰাখিম বুলিয়েই ভাবিছিলো। কিন্তু জোতাৰ ৰং এটা কিনাৰ প্ৰযোজন মোৰ খুবেই আছিল, আনহাতে মোৰ হাতত আৰ্জাৰি সময়ো বেছি নাছিল। গতিকে তালৈকে গ'লো। জোতাৰ দোকানৰ দুৱাৰমুখৰ পৰাই দোকানীক ৰং এটেমা দিবলৈ কলো।

"ভিতৰলৈ সোমাই আহক। বাহিৰত বৈ থাকিলে কেনেকৈ দিওঁ?" দোকানীয়ে কলে।

দোকানখনৰ খিৰিকীমুখতে বাইচাইকেলখন আওজাই থৈ ভিতৰলৈ সোমাই গ'লো।

সোমাই গৈছোহে মাথোন, খিৰিকীখনেৰে দেখিলো, এজনমানুহ

বাইচাইকেলখনৰ ওচৰ চাপিছে। নিশ্চয় সি বাইচাইকেলখনত তলা মৰা আছে নে নাই, তাকেই ভালদৰে নিৰীক্ষণ কৰিছে।

'ৰ'ব মই বাহিৰৰপৰা তৎক্ষণাৎ আহোঁ, সৌ মানুহজনৰ গতি-বিধি সন্দেহজনক'—এইবুলি মই দোকানীক কবলৈহে পালো, দেখিলো মানুহজনে বাইচাইকেলখনত উঠি খুব জোৰেৰে পেডেল মাৰি গুচি গ'ল। মই চোৰটোক দেখা পালো—তাৰ স্বাস্থ্য বেয়া, পোচাক-পৰিচ্ছদ লেতেৰা, চুলিবোৰ কয়দীৰ দৰে চুটি চুটিকৈ কটা।

'মোৰ বাইচাইকেলখন চুৰি কৰিলে।'—এইদৰে চিঞৰি চিঞৰি মই চোৰটোৰ পিছে পিছে দৌৰিবলৈ ধৰিলো।

দুই-তিনিজন মানুহে মোৰ বাটত বিধি-পথালি দিলে। সিহঁত বোধহয় চোৰটোৰে ইয়াৰ-দোস্ত।

সিহঁতে মোক কলে, 'সি ক'ত পলাই সাৰিব, ধৰা পৰিব নিশ্চয়।'

সিহঁতৰ এজনে চিঞৰি উঠিল, 'সৌৱা তাক ধৰিছে।'

প্ৰকৃততে এই কথা মিছা। চোৰটোৰ পিছে পিছে তাক খেদাৰ ভাও ধৰি তাৰেই দুজন লগৰীয়াই দৌৰিলে। বাইচাইকেলখন বেগাই চলাই চোৰটোই কৰ্চো ভিট্টোৰিঅ' ইমানুৱেলৰ ফালে গুচি গ'ল।

'চোৰটোক ধৰা, চোৰটোক ধৰা—!' মই চিঞৰিলো।

কিন্তু তাক ধৰিবলৈ যত্নপৰ হোৱা কাকো দেখা নগ'ল। কেৱল দুই-তিনিজনমানে তাক খেদা ভাও ধৰি জনতাৰ মাজেৰে কৌশলেৰে বাট উলিয়াই চাইকেল মাৰি সেইফালে যোৱা দেখা গ'ল। সিহঁত কেইটা নিশ্চয় চোৰটোৰে লগৰীয়া। মই যিমান পাৰো সিমান চিঞৰিলো। চুৰি মাল লেনদেন কৰা ব্যৱসায়ী এজনে—সি নিশ্চয় চোৰটোৰ বন্ধু—আন এজন চাইকেল আৰোহীৰ পিছে পিছে দৌৰি গৈ সেইজনক ধৰিলে আৰু তাক মোৰ ওচৰলৈ টানি লৈ আহিল।

'আপোনাৰ বাইচাইকেল এইখন নেকি?' ব্যৱসাদাৰজনে মোক সুধিলে।

'এইখন বাইচাইকেল মোৰ নহয়।'

ধৰি অনা মানুহজনক কোনো কথা সুধিবলৈও মই সুযোগ নাপালো, কাৰণ তাক মিছাকৈয়ে জড়িত কৰা বুলি ইতিমধ্যে সি গৰগৰাবলৈ ধৰিছিল। মই তাক গুচি যাবলৈ কলো। যদি ওচৰে-পাজৰে কোনো

পহৰীয়া থাকিলহেঁতেন, তেন্তে হয়তো মই তাক সহজে এৰি নিদিলোহেঁতেন। কিন্তু এই অৰাজকতাৰ দিনত পুলিচেইবা পাবা ক'ত? তাত গোটখোৱা মানুহবোৰে মোক পুলিচ থানালৈ যাবলৈ কলে। সিহঁত বোধকৰো জথামুৰ্খ নাইবা একে চোৰ। কাৰণ মোৰ অভিজ্ঞতাৰপৰা মই জানো যে পুলিচ থানালৈ যোৱাটো নিৰৰ্থক মাত্ৰ, এবছৰমান পাৰ হোৱাৰ আগতে পুলিচে যে তোমাৰ কিবা কাম হাতত লব, সি সুদুৰপৰাহত। লিখিত এজাহাৰ দিয়াটোও একেই কথা, কেৱল অনৰ্থক সময় নষ্ট কৰাৰ বুদ্ধি মাত্ৰ। চোৰ বিচাৰিব ক'ত, ওলোটাই তোমাকহে বুৰ্বক বনাব পুলিচে। সহায় কৰিব ক'ত, ওলোটাই তোমাকহে কব ৽ 'ৰোগনা জেলখানা চোৰেৰেই ভৰ্তি হৈ আছে। এনেস্থলত আৰু নতুন চোৰ। তেঃ। আমি কি কৰিব পাৰো। চোৰটোক বিচৰাটো আপোনাৰ কাম।'

নাইবা কব ঃ 'চোৰ বিচাৰি উলিয়াবলৈ আমি যথাসাধ্যে চেষ্টা কৰিম। আপুনি আপোনাৰ ফোন নম্বৰটো আমাক দি যাওঁক।'

গতিকে বুজিছাই, পুলিচে তোমাৰ বাইচাইকেল বা চোৰ কোনোটোৰে সন্ধান নকৰে। বৃথা সময় নষ্ট কৰাৰ লাভ কি থানালৈ গৈ।

মোৰ ধুনীয়া এলুমিনিয়ামেৰে তৈয়াৰী বাইচাইকেলখন! মাত্ৰ পাঁচ কিলো ওজন, আটাইকেইটা টায়াৰ প্ৰায় নতুন, টিউববোৰো ভাল, হেণ্ডেলডাল ৰেচখেলা বাইচাইকেলৰ গঢ়নৰ, সমুখত বয়বস্তু নিবৰ কাৰণে বাস্কেট এটাও আছে, লগতে আছে এলুমিনিয়ামৰ পাম্প এটা। যিটো চোৰে বাইচাইকেলখন চুৰি কৰিলে, সি নিশ্চয় মাত্ৰ কিছুদিনৰ আগতে ৰোগনা জেলখানাৰ পৰা খালাচ পাইছে, নাইবা অলপতে জেলখানাৰ এটা অংশত জুই লগাৰ সময়ত হুলস্থুলৰ মাজত জেলৰপৰা পলাই আহিছে। জেলৰপৰা বাহিৰলৈ ওলায়েই সি হয়তো দেখিলে এতিয়া তাৰ সমুখত চুৰি কৰাৰ বাহিৰে আন একো পন্থা নাই। একেবাৰে অভিনৱ পদ্ধতিত সি মোক ডকাইতি কৰিলে। ইমানবোৰ মানুহৰ চকুৰ আগতে সি হেলাৰঙে কামটো সমাধা কৰিলে। গোটখোৱা মানুহবোৰৰ কিছুমানে মোক সেই মুহুৰ্তকে পিয়াজা ডেল মণ্টলৈ যাবলৈ কলে, কাৰণ পিয়াজা ডেল মণ্ট হৈছে চোৰ-ডকাইতৰ মধ্য গুঞ্জন, সকলো ধৰণৰ চুৰি মাল কো-কিনাৰ বজাৰো তাতেই।

পিয়াজ্জা ডেল মন্টৰ চকবজাৰখন ৰাতিপুৱাৰ পৰা ৰাতিলৈ মানুহেৰে ঠাইখাই থাকে। মানুহৰ মাজেৰে ওলোৱা-সোমোৱাও কষ্টসাধ্য। আটাইবোৰ চোৰ-ডকাইত। সকলো ধৰণৰ চুৰি মাল। সৰু-সুৰা বস্তু, চামৰাৰ মোজা, জোতা, লেম্প, লেম্পৰ ফিটা, টুথব্ৰাচ, এচেন্স, দাড়ি খুৰোৱা সৰঞ্জাম, ব্লেড, টিউব, ঘড়ি আৰু বাইচাইকেল। মাল থোৱা ঠায়ো প্ৰায়ে বদলি থাকে পিয়াজ্জা ফিউম ( আন নাম লাজ্জাৰেটি ) আৰু পিয়াজ্জা ভিট্টোৰিঅ' ইমানুৱেলৰ দোকানবোৰত। এতিয়া বাইচাই-কেলবোৰ সেইবোৰ ঠাইত নাই, আছে পিযাজ্জা ডেল মন্টৰ দোকানবোৰত। নতুন আৰু পুৰণি দুয়োবিধ বাইচাইকেল। চিকমিকীয়া নতুন বিয়াঞ্চি কোম্পানীৰ অত্যাধুনিক মডেলৰ বাইচাইকেল পোৱা যায লাইট ওলোমাই ৰথা কব্জাৰে সৈতে। লাইট বেলেগে বিক্ৰী হয়, দাম তিনি হাজাৰ লিৰা। পোনে উনত্ৰিশ নম্বৰী টাযাৰ বিক্ৰী হয় দু হাজাৰ ন শ লিৰাত, আঠাইশ নম্বৰীৰ দাম তিনি হাজাৰ দশ লিৰা। টিউবৰ দাম ষোল শ লিৰা। কাষলতিৰ মাজত বেহেলা লোৱাৰ নিচিনাকৈ। চোৰহঁতক দেখা যায় টায়াৰ আৰু টিউবৰ টোপোলাবোৰ লৈ ফুৰা। কিছুমানে আকৌ বজাৰৰ এমুৰত লেতেৰা কম্বল পাৰি লৈ তাৰ ওপৰত চুৰি কৰা বাইচাইকেলৰ বিভিন্ন অংশবোৰ খুলি সজাই বেচিবৰ কাৰণে বহি থাকে। বাইচাইকেল চুৰি কৰাৰ পিছতে সিহঁতে তাৰ বিভিন্ন অংশবোৰ বেলেগে বেলেগে খুলি পেলায় আৰু সেইবোৰৰ আগৰ ৰংবোৰ গুচাই পেলাই বেলেগ ৰং লগাই দিয়ে।

যদি দেখা যায় যে চুৰি কৰা বাইচাইকেল এখনত এনেকুৱা কিছুমান বিশেষত্ব আছে, যিবোৰৰ পৰা হয়তো প্ৰকৃত গৰাকীয়ে সেইখন চিনি পাব পাৰে, তেন্তে সিহঁতে বাইচাইকেলখন টুকুৰা-টুকুৰা কৰি খুলি পেলায়। যেনে পুৰণি ফ্ৰেমৰ বাইচাইকেল কিন্তু নতুন চকা লগোৱা বিশেষ ধৰণৰ হেণ্ডেল থকা বাইচাইকেল, বিশেষ ধৰণৰ ৰং লগোৱা বা নম্বৰ থকা বাইচাইকেল। এই ধৰণৰ বাইচাইকেলবোৰৰ অংশবোৰ খুলি খুলি বেচা হয়। আজি যেনিবা হেণ্ডেলডাল, কাইলৈ চকাবোৰ, পৰাহিলৈ পেডেলবোৰ, তাৰপিছত লাইটটো। কেতিয়াবা আকৌ লাইটটো ও দুটা ভাগ কৰি বেচা হয়, লাইটটো আৰু তাৰ ডায়নেম' বেলেগে বেলেগে। যদি একেবাৰে বদলি কৰি দিয়া হয় আৰু ৰেজিষ্ট্ৰেচন

অম্বৰ উঠাই দিয়া হয় নাইবা মাডগার্ড খুলি পেলোৱা হয় বা আগৰ ব্ৰেক বা হেণ্ডেল খুলি বেলেগ ব্ৰেক বা হেণ্ডেল লগাই দিয়া হয়, যাতে সহজে চিনাক্ত কৰিব পৰা নহয়। চোৰহঁতৰো কিছুমানৰ পোছাক-পৰিচ্ছদ বেছ চকুত লগা, কিছুমানৰ আকৌ লেতেৰা। লেতেৰা পোছাক পিন্ধা-বোৰক দেখিলেই চোৰ বুলি কব পাৰি। এই দাগী চোৰহঁতে বাইচাই-কেলবোৰ ঠেলি ঠেলি লৈ ঘূৰি ফুৰে। বদমাইচহঁত।

ভাল পোছাক পিন্ধাবোৰক আদৌ চোৰ যেন নেদেখি। সিহঁতক চৰকাৰী কৰ্মচাৰী বা তৰুণ চেল্চমেন বা বাৰ্তাবাহক যেন লাগে। সুন্দৰকৈ কটা চুলি, পিন্ধনত ধোবাই ধোৱা কামিজ, হাতত ঘড়ী আৰু ভৰিত আমেৰিকান ষ্টাইলৰ জোতা। মানুহ এজনৰ মুখখন চাই সি কি ধৰণৰ লোক বা সি কি ভাবিছে, এই কথা উপলব্ধি কৰিব পৰাটো মোৰ এটা বিশেষত্ব। তথাপি কিছুমান চোৰৰ পোছাক-পৰিচ্ছদ ইমান পৰি-পাটি আৰু দেখাতো আভিজাত্যৰ ছাপ যে আনকি কেতিয়াবা মই নিজেও বুৰ্বক হৈ যাওঁ। ইহঁতে যে কেৱল মোৰ দৰে নতুন মানুহকহে ঠগে এনে নহয়, আন চোৰকো ইহঁতে ঠগিবলৈ সক্ষম। যেন খোদাৰ ওপৰত খোদগাৰী। বোধকৰো ই সম্ভৱ এই কাৰণেই যে সিহঁত আটাইবোৰ চোৰ হলেও সিহঁতৰ সংখ্যা ইমান বেছি যে পৰস্পৰে পৰস্পৰক চিনি নোপোৱাটো একো আচৰিত নহয়। আকৌ পিয়াজা ডেল মন্টত থকা আটাইবোৰ চোৰো একেটা দলভুক্ত চোৰ নহয়। সিহঁতৰ মাজতো বেলেগ বেলেগ দল আছে।

উদাহৰণস্বৰূপে ভিয়া ডেল পেনিক'ৰ ওচৰত থকা 'হোটেল-দল'টোৰ কথাই কব পাৰি।

ইংৰাজ আৰু আমেৰিকান সকলে ৰোমৰ বেশ্যালয়বোৰ উঠাই দিয়াৰ কিছুমান আগতে এই 'হোটেল-দল' বোলা চোৰৰ দলটোৰ চোৰহঁতে ভিয়া ডেল টিট্ৰো ডেলা পাচ অঞ্চলৰ দুখন হোটেলত সিহঁতৰ আড্ডা পাতি তুলিছিল। পুৱতি নিশাৰ সময়ত সিহঁতক দেখা গৈছিল বেশ্যালয়-বোৰৰ সমুখত। ৰাতিটো সিহঁতে কটাইছিল বেশ্যাবোৰৰ লগত। পুৱতি নিশা সিহঁত তাৰপৰা গুচি অহা সময়তো বেশ্যাবোৰ টোপনিত লালকাল হৈ পৰি থাকে—বিড়িচুৰট, মদ আৰু যৌনসুখৰ গন্ধত আচ্ছন্ন হৈ। চোৰহঁত কিন্তু ৰাতিপুৱা ছয়-সাত বজাতে বিছনাৰ পৰা উঠি

গৈ পিঞ্জি-উঠিব চুলি আঙুলিৰ বাস্তালৈ ওলাই আহে। কাৰণ ৰাতিপুৱাৰে পৰা সিহঁতৰ চিন্তা চুৰি কৰাৰ নাইবা আগতে চুৰি কৰা বস্তু বেচাৰ। বিয়া-বাৰু কৰাই সুস্থভাৱে পৰিয়াল পাতি থকাৰ বা ভালদৰে ব্যৱসায় আদি কৰাৰ কথা সিহঁতে কাহানিও চিন্তা নকৰে। ৰোম নগৰীৰ অন্ধ গলিত সিঁহত জন্মে, ডাঙৰ-দীঘল হয়, যেনেকৈ মৰিশালীত বা গাঁৱলীয়া ৰাস্তাত অলাগতিয়াল শেলুৱৈ গজে। সৎ কাম কৰি জীৱিকা উপাৰ্জন কৰা যে কিমান সহজ, সেই কথা সিহঁতৰ মনলৈ নাহে। জাল-জুৱাচুৰি কৰাই সিহঁতৰ আনন্দ। কেম্প' ডি ফিয়াৰিৰ ওচৰৰ পিয়াজা ডেল পেৰাডাইজোত থিয় হৈ চুৰট হুঁপি হুঁপি লগৰীয়াৰ ইঙ্গিতলৈ অপেক্ষা কৰি থকাটো সিহঁতৰ মানত একো টান কাম নহয়। সিহঁতৰ কাৰণে এইটো এটা মহৎ কাম।

মই কিন্তু এনেকুৱা বিৰক্তিকৰ কাম কেতিয়াও কৰিব নোৱাৰিলো-হেঁতেন। তাতকৈ বৰং পুৰা ছয় ঘণ্টা অকণো জিৰণি নোলোৱাকৈ কলমকে পিহিম। পোন্ধৰ মিনিটৰ কাৰণেও সিহঁতৰ দৰে ৰাস্তাত পৰ দি থিয় হৈ থাকিব নোৱাৰিম। কিন্তু সিঁহতে তাতেই কিবা আনন্দ বিচাৰি পায়। থিয় হৈ থকা সময়ত সিহঁতে নিজকে কিবা কামত ব্যস্ত হৈ থকা যেন দেখুৱায়, যাতে মানুহে সিহঁতক সন্দেহ নকৰে। আৰু এটা আচৰিত কথা যে সৎ মধ্যবিত্ত মানুহবোৰে—যিবোৰে সেই অঞ্চল-বোৰত ঘূৰা-মেলা কৰে নাইবা বজাৰ-সমাৰ কৰে—চোৰহঁতৰ কাৰ্য্যাৱলীৰ কথা জানিও সেই সম্পৰ্কে উদাসীন হৈ থাকে। কাৰোবাৰ চুৰি কৰে যদি কৰক, নিজৰ একো চুৰি নহলেই হল—এনেকুৱা এটা মনোভাব।

ধৰক চাহ দোকানী এজনৰ কথা। চাহ দোকানীবোৰে চোৰহঁতক ভালদৰে চিনি পায়, কিন্তু আপুনি সুধিলে নাজানো বুলি কব। অৱশ্যে সিহঁতে যে চোৰহঁতক ভয়ৰ চকুৰে চায়, এইটো সত্য, কিন্তু সেই বুলি চোৰক প্ৰশ্ৰয় দিয়াটো অমাৰ্জনীয় কাম। মই ভাবিবলৈ বাধ্য হৈছো যে নাপিত, চাহদোকানী আৰু আন দোকানীবোৰে চোৰবোৰৰ সৈতে এক্টো অনুভূতি, আত্মীয়তা আনকি প্ৰীতিৰ ভাৱো পোষণ কৰে। অৱশ্যে কৰিবৰ কথাও, কাৰণ আমাৰ পূৰ্ব-পুৰুষ ৰোমানসকলো আছিল চোৰ,—ধুনীয়া তিৰোতা অপহৰণকাৰী। যি নহওক, সি এটা বেলেগ কাহিনী।

এদিন মই নিজেই ৰোমৰ এখন প্ৰকৃত অথচ হাস্যৰসেৰে ভৰা ইতিহাস লিখিম। য'ক সেইবাৰ। প্ৰকৃত কথা হল ৰোমৰ চোৰবোৰৰ মাজত একতাৰ ভাব। ধৰক আপোনাৰ বাইচাইকেলখন—নাইবা ৰবৰ আৰু লোৰে তৈয়াৰী ঘোঁৰাটো বুলি ক'ম নেকি—চুৰি হল। আপুনি যদি তাৰবাবে চিঞৰ-বাখৰ কৰে, দুখ কৰে, তেন্তে আপুনি অনতিবিলম্বে আলিবাটৰ গাড়ীৱালা, মটৰ ড্ৰাইভাৰ, হোটেলৱালা, দোকানী, নাপিত আদিৰ হাঁহিয়াতৰ পাত্ৰ হব। চুৰি হোৱাৰ লগে লগে আপুনিও যদি তাৰপৰা গুচি নাযায় তেন্তে সিহঁতে আপোনাক বিদ্ৰূপ কৰিবলৈ ধৰিব, আনকি অপমানো কৰিব পাৰে। অন্ততঃ দুই-এটা কটু কথা শুনিবই আপুনি।

আনহাতে চোৰটোৱে সেই সময়ত হয়তো তাৰ বন্ধু-বান্ধৱৰ লগত স্ফূৰ্তিত মতলীয়া হৈছে তাৰ কাৰ্য্য-কৌশলৰ কথা বৰ্ণনা কৰি কৰি। ভাৰ্লেইনৰ ভাষাত সি এতিয়া হৈ উঠিছে 'প্ৰিয় চোৰ'।

ভাৰ্লেইনে চোৰক ভাল পাইছিল, কাৰণ তেওঁ সিহঁতৰ সৈতে একেলগে জেলত আছিল। চোৰক তেওঁ বুলিছিল 'প্ৰিয় চোৰ', খুনীক বুলিছিল 'প্ৰিয় খুনী'। বোধহয় তেওঁ ছন্দ মিলাবৰ প্ৰয়োজনতহে এইদৰে লিখিছিল অথবা তেওঁৰ শব্দৰ প্ৰতি থকা মোহৰ বশৱৰ্তী হৈ লিখিছিল। কিন্তু বাস্তৱ জগতৰ সমুখত কবিৰ এই মনমোহা শব্দবোৰৰ অৰ্থ একো নাই। কবি হবৰ কাৰণে যদি সমকামী বা মদপী হব লাগে, তেন্তে য'ত চোৰৰ সম্পৰ্ক আছে, তাত মই বৰং এজন ভাল ধৈৰ্য্যশীল পুলিচেই হম, যাৰ কবিতাৰ বিষয় ভাৰ্লেইনৰ দৰে নহৈ হব কেনেকৈ চোৰৰ পম খেদি উলিয়াব লাগে আৰু সৎ মানুহে চোৰক কেনেকৈ ঘৃণা কৰে। ভাৰ্লেইনে চোৰৰ লগত যেতিয়া জেলত বন্ধুতা পাতিছিল, তেতিয়া বাইচাইকেলত কেনেকৈ উঠিব লাগে তাক নাজানিছিল। কিন্তু যিহেতু ভাৰ্লেইনে এটা কবিতাত নিজেকে এজন চাইকেল আৰোহী হিচাপে চিত্ৰ দাঙি ধৰিছে, তাৰপৰা বুজিব পাৰি যে আজি ৰোমনগৰীৰ কেৱল পিয়াজা ডেল মন্টতে যিমান চোৰ আছে, সেই সময়ত গোটেই আৰ্লেচতে সিমান চোৰ নাছিল অথবা আজিৰ পৰা প্ৰায় এক শ বছৰ আগতে চোৰবিলাকে কবিক সন্মান বা পূজো কৰিছিল। মোৰ নিচিনা এজন কবিক খাবলৈ খাদ্য যেনেকৈ লাগে, বাইচাইকেলখনো

তেনেকৈয়ে লাগে। কাৰণ বাইচাইকেলখনত উঠি মই যেতিয়া চহৰৰ পৰা বহু দূৰলৈ আঁতৰি যাওঁ, তেতিয়া মই চহৰতলীত আজি পোৱাৰ নিচিনাকৈ এক অলৌকিক অভিজ্ঞতা বিচাৰি পাওঁ।

উদাহৰণ স্বৰূপে আজি ৰাতিপুৱা মই পিয়াজা ডেল মণ্টত যিটো দৃশ্য দেখিলোঁ, তাক পাহৰিম কেনেকৈ? টায়াৰ-টিউব বেচি ফুৰা চোৰবোৰৰ মাজতে মই হঠাতে এজন দেখনিয়াৰ ডেকা দেখিবলৈ পালোঁ। ধুনীয়া ওখ-পাখ চেহেৰা। সাধাৰণতে মই মানুহক শাৰীৰিক সৌন্দৰ্য্যৰ ফালৰ পৰা বিশেষ মূল্য নিদিওঁ। তথাপি মানুহজনক গ্ৰীক ভাস্কৰ্য্যৰ মূৰ্তি এটাৰ দৰে যেন মোৰ লাগিল, যেন এক অশ্বাৰোহী সৈনিক। চুলিবোৰ কেঁকোৰা-কেঁকুৰি, কিন্তু ট্ৰাষ্টেভাৰ বা পেৰিঅ'নৰ অধিবাসী সকলৰ দৰে ক'লা ৰঙৰ নহয়, চিত্ৰতাৰকাৰ দৰে বাদামী ৰঙৰ। তাৰ চকুযোৰত সাগৰৰ নীলা ঢৌ যেন দৃষ্টি। তাৰ কামদেৱ সদৃশ ৰূপলৈ চাই মোৰ মনত পৰিল মোৰ নিজৰ পাৰ হৈ যোৱা যৌৱনকাললৈ। সেই সময়ত ময়ো তাৰদৰেই দেখনিয়াৰ আছিলোঁ। গতিকে মই তাক বেছ ভালদৰেই লক্ষ্য কৰিছিলোঁ। পিন্ধনত তাৰ আছিল চিত্ৰতাৰকাৰ দৰেই চেইন লগোৱা চিল্ক অথবা পছমৰ কামিজ, সুন্দৰকৈ চিলোৱা আৰু ইস্ত্ৰি কৰা পেণ্ট। সেই ৰূপত সি যি কোনো ছোৱালী ষ্টেনোগ্ৰাফাৰৰ হিয়া মুহূৰ্ত্ততে জয় কৰিব পাৰে, সন্দেহ নাই। বোধ কৰোঁ সি এজন বিখ্যাত চিত্ৰাভিনেতা। কিন্তু মই চিত্ৰাভিনেতা সম্বন্ধে বৰ আগ্ৰহশীল নহওঁ। মই চিনেমাক এটা নিকৃষ্ট কলা বুলি গণ্য কৰোঁ, কাৰণ চিনেমা এনে এবিধ কলা-শিল্প যে ই কেতিয়াও নিকৃষ্ট শ্ৰেণীৰ পৰা ওপৰলৈ উঠিব নোৱাৰে। আমাৰ দেশৰ প্ৰধান প্ৰধান চিত্ৰতাৰকাৰ নাম যি কোনো তিৰোতাৰে কণ্ঠস্থ, মই কিন্তু সেইবোৰ একোকে নাজানো।

মই এইবোৰ ভাবি থাকোতে ডেকাজনে দুটা টায়াৰ কিনিলে। যিজন চোৰৰপৰা কিনিলে, সেই চোৰজনে প্ৰত্যেকটো টায়াৰৰ দাম তিনি হাজাৰ লিৰাকৈ দাবী কৰিলে। ধুনীয়া চেহেৰাৰ ডেকাজনে কিনিব খোজা টায়াৰ দুটাৰ বাহিৰে-ভিতৰে ভালদৰে পৰীক্ষা কৰি চালে। তাৰপিছত জেপৰপৰা উলিয়ালে হৰিণাৰ চামৰাৰে তৈয়াৰী এটা ধুনীয়া বেগ। এই চৰম দাৰিদ্ৰ্য আৰু বিশৃংখলাৰ যুগত মই এনেকুৱা ধুনীয়া বস্তু দেখাই নাছিলোঁ. ভৱিষ্যতে ভাল দিন আহিলেও যে দেখিম তাৰো আশা

নাই। বেগটো গোলাপী ৰঙৰ পাঁচশ লিৰা মূল্যৰ নোটেৰে ভৰা। ডেকাই বেগৰপৰা এসোপা নোট উলিয়ালে আৰু তাৰপৰা এখনৰখন গণি উলিয়ালে। দহ লিৰা মূল্যৰ নোটবোৰ গণোতে সি বিবুদ্ধিত পৰিল, বাৰে বাৰে গণনাত ভুল হোৱাত সি ডাঙৰ ডাঙৰ মাতেৰে এক, দুই, তিনিকৈ গণি যাব ধৰিলে। পাঁচশ লিৰা মূল্যৰ নোটবোৰ তাৰ জেপত ভৰাই থবলৈ সি চোৰটোক কলে। চোৰটোৱে ডেকাজনৰ জেপত নোটবোৰ ভৰাই দিলে। অবশেষত ডেকাজনে নোট গণা শেষ কৰি চোৰটোৰ হাতত টায়াৰৰ দাম দি টায়াৰ দুটা কান্ধত পেলাই লৈ এলুমিনিযামৰে তৈয়াৰী ধুনীয়া বাইচাইকেল এখনত উঠি গুচি গ'ল।

কিছু সময়ৰ পিছত টায়াৰ বেচোঁতাজনে আৰু এযোৰ টায়াৰ বেচিলে। এইবাৰৰ কিনোতাজন বয়সস্থ মানুহ, চুলিবোৰ বগা, বোধহয় সি এজন হোটেলৱালা। সি মলিযন এহেজাৰ লিৰা মূল্যৰ নোট দিলে আৰু খুচুৰা হিচাপে ঘূৰাই পালে পাঁচশ লিৰা মূল্যৰ নোট। তাৰপিছত সি গুচি গ'ল। মই চকত থিয় হৈ টায়াৰ বেচা কাৰ্য্যকে লক্ষ্য কৰি থাকিলো। সেই ঠাইৰপৰা চাৰিওফালে চকু ৰাখিবলৈ বেছ সুবিধা। নিশ্চয় মোৰ বাইচাইকেলখন চুৰি কৰা চোৰটো বাইচাইকেলখনৰ সৈতে বা এনেয়ে আহি সেই ঠাই পাবহি।

এইবোৰকে ভাবি ভাবি মই ৰৈ আছিলো। খন্তেক পিছত দেখিলো হোটেলৱালাজন উভতি আহিছে। তাৰ হাতত এইমাত্ৰ বেচোঁতাজনে খুচুৰা হিচাপে ঘূৰাই দিয়া পাঁচশ লিৰা মূল্যৰ নোটখন।

'এইখন নোট জাল,'—সি চিঞৰি কলে, 'তুমি মোক জাল নোট দিছা।'

'জাল।'

'হয়, জাল। অলপ আগতে তুমি এইখন মোক দিছা। পিছতহে মই গম পাইছো এইখন জাল।'

'কোনে এইখন আপোনাক দিলে আপোনাৰ মনত আছে নে? মই যে এইখন আপোনাক দিছো সেইটো মই কেনেকৈ জানিম? আপুনি কোনখিনি ঠাইত আছিল? মই আপোনাক কোনো খুচুৰা নোট দিয়া নাই। মই আপোনাক একো বস্তু বেচা নাই।' টায়াৰ বিক্ৰেতাজনে কলে।

'মোক তুমি কোনো বস্তু বেচা নাই, তাৰ মানে?' হোটেলৱালাজনে

খণ্ডতে চিঞৰিবলৈ। তাৰপিছত পৰম্পৰে পৰস্পৰক অশ্লীল গালি-শপনি পাৰিবলৈ ধৰিলে বোমানসকলৰ নিজস্ব ৰীতিৰে॥

শেষত হোটেলৱালাই চোৰটোক তাৰ ধনৰ মোনাটোত আন পাঁচশ লিৰা মূল্যৰ জাল নোট আছে নে নাই চাবলৈ কলে।

মই সিহঁতক নোটবোৰ চাব পাৰো নে সুধিলো। ময়ো চোৰৰ হাতত পৰিছো, কিন্তু এই চোৰহঁতে মোক চিনি পায়। পিয়াজা নাভোনা অঞ্চলত সিহঁতে মোক বহুবাৰ স্কেচ আঁকি থকা দেখিছে, গলিবোৰত মডেল বিচাৰি ঘূৰি ফুৰাও দেখিছে। অদ্ভুত মডেল—অঘৰী, কুখ্যাত, মাতাল গাভৰু বেশ্যাবোৰ। মই নিজেই নাজানো সিহঁতে মোৰ মন কিয় আকৰ্ষণ কৰে। সিহঁতৰ দেহৰ প্ৰতি মোৰ লালসা অকণো নাই। তথাপি কব নোৱাৰো কেলেই সিহঁতক মই জলপৰীৰ ৰূপত ছবিত আঁকো আৰু মোৰ কল্পনা-ৰাজ্যলৈ সিহঁতক লৈ গৈ সিহঁতৰ ৰূপান্তৰ ঘটাওঁ। সেই সময়ত মোৰ কল্পনাকে বাস্তৱ যেন লাগে।

চোৰ আৰু হোটেলৱালা দুয়োজনে মোক সেই পাঁচশ লিৰা মূল্যৰ নোটবোৰ চাবলৈ দিলে। বেনফি ষ্টাৰ্চ কোম্পানীয়ে উলিওৱা নোটৰ ছবি থকা বিজ্ঞাপনতকৈ এই নোটবোৰ অলপহে উন্নত ধৰণৰ। নকল কৰা পদ্ধতিটোত অপটু হাতৰ চিনাকি আছে। নোটবোৰ যে কেৱল নকল এনে নহয়, ছপাইছেও খুব লৰালৰিকৈ। পোহৰৰ বিপৰীতে নোটখন থৈ চালে চিনাক্তকৰণ মূৰ্তিটোৰ ঠাইত দেখা যায় অৰ্ধ ৰাক্ষসৰ মূৰ্তি এটা। সিও পূৰাকৈ নহয়, কেৱল ৰেখা কেইডালমানহে অঁকা আছে।

'নোটবোৰ যে জাল এইটো সত্য।' মই কলো। ইতিমধ্যে সেই ঠাইত গোটখোৱা কেবাজন পকেটমাৰেও সিহঁতৰ ধাৰণাৰ ওপৰত ভিত্তি কৰি নোটবোৰ যে নিৰ্জলা ভেজাল সেই কথা কৈ সুঁহুৰিয়াবলৈ ধৰিলে। চোৰ আৰু সাধু আটায়ে হাঁহিবলৈ ধৰিলে। মোৰো হাঁহি উঠিল। তথাপি মোৰ চিন্তা হল শেষত কি হয়গৈ তাক চাবলৈ। চোৰটোৱে তাৰ মোনাৰপৰা দহখন পাঁচশ লিৰা মূল্যৰ নোট উলিয়াই খণ্ডতে সকলোকে দেখুৱালে। এই নোটবোৰেই কিছু সময়ৰ আগতে অশ্বাৰোহী কামদেৱৰ ৰূপে চেহেৰাৰ ডেকাজনে তাক দি গৈছিল। খোদাৰ ওপৰত খোদগাৰীৰ এক অদ্ভুত দৃষ্টান্ত। চোৰৰ ওপৰত গভাইত॥

'চিন্তা কৰিবলৈ একো নাই।' বেচেৰা চোৰটোৱে তাৰ লগৰ চোৰ-

বোৰৰ ঠাট্টা-মস্কৰা উপেক্ষা কৰি কলে, 'কোনোবা এজনে এইবোৰ মোক দি গ'ল, আন কোনোবা এজনে নিব। মোৰ কাৰণে একেই কথা।'

'ভাল নোটবোৰো জাল বুলিয়েই কব পাৰি, সিহঁতক মূল্যও ফুটা-কড়িৰ দৰে।' সি দাৰ্শনিকৰ দৰে হুমুনিয়াহ কাঢ়িলে। তাৰ হুমু-নিযাহ মাত্ৰ মুহূৰ্তৰ কাৰণহে, কাৰণ হোটেলৱালাটোক জাল নোটখনৰ বদলি এখন ভাল নোট দি সি তাৰ মাল বেচিবলৈ লাগি গ'ল আৰু যাকে সুবিধাত পালে তাকে খুচুৰা হিচাপে জাল নোটবোৰ দিবলৈ ধৰিলে। এনেকুৱা মানুহক দিলে যিবোৰ খুব ব্যস্ত আৰু দূৰ অঞ্চলত বাস কৰে। কাৰণ এইবোৰ মানুহে ঘূৰি আহি নোটবোৰ জাল বুলি হৈ-চৈ কৰাৰ সুবিধা আৰু নাপাব।

দ্বিতীয় দিনাখন মই পোৰ্টা পোৰ্টেজি অঞ্চললৈ যাবলৈ স্থিৰ কৰিলো, কাৰণ সেই অঞ্চলটোত চোৰ-ডকাইতৰ বিৰাট আড্ডা। মই ৰাতিপুৱা প্ৰায় চাৰে ছয় বজাতে টোপনিৰ পৰা উঠিলো। চেপ্তেম্বৰ মাহ শেষ হৈ আহিছে। ৰোমত চেপ্তেম্বৰ মাহটো অতি আৰামদায়ক। মই ছদ্মবেশ ধাৰণ কৰি ঘৰৰ পৰা ওলালো কাৰণ কালি পিয়াজা ডেল মন্টৰ অধিবাসী-সকলে মোৰ পিন্ধা-উৰা, আচাৰ-ব্যৱহাৰ আদি নিশ্চয় ভালদৰে লক্ষ্য কৰি মনত ৰাখিছে। মই টাই আদি একো নাবান্ধি ডিঙিত স্কচ উলৰ মাফলাৰ এখন ঠিক চোৰহঁতে বন্ধাৰ দৰেই বান্ধি ললো। জোতাও পিন্ধিলো ফটা-চিটা তাপালি মৰা এযোৰ। এসময়ত জোতাযোৰ অৱশ্যে ধুনীয়াই আছিল, কিন্তু বহুদিন ব্যৱহৃত হোৱাত এতিয়া তাৰ অৱস্থা জৰাজীৰ্ণ। তথাপি মোক যে একেবাৰে চোৰৰ নিচিনা দেখা হল, তেনে বুলি মই নাভাবো। মোৰ ভেশচনে মই থকা ভিয়া অল্লাভিয়াৰ ঘৰটোৰ চকীদাৰজনৰ বিস্ময় উদ্ৰেক কৰিলে মাত্ৰ। চুৰি হোৱা বাইচাইকেলখনৰে সৈতে মোৰ দুখন বাইচাইকেল আছিল। এইটো সঁচাকৈয়ে ভাগ্যৰ কথা। কাৰণ মোৰ ঘৰত থকা বাইচাইকেলখনেৰে মই হেৰোৱা বাই-চাইকেলখন বিচাৰি ফুৰিব পাৰিম।

দ্বিতীয় বাইচাইকেলখনত উঠি মই টাইবাৰ নৈৰ পাৰৰ প্ৰাটি কোৱাৰ্টাৰেদি লুংগাৰাৰ মাজেৰে পণ্ট গেৰিবল্ডী পাৰ হৈ ভিয়া লে ডেল ৰি পালোগৈ, তাৰপৰা শিক্ষাবিভাগৰ দপ্তৰৰ দাঁতিৰে ভিয়া পোটেনজি পাৰ হৈ ৰিফৰ্মেটৰী পাৰ হৈ একেবাৰে পোৰ্টা পোৰ্টেজি অঞ্চলত উপস্থিত হলোহি।

চেণ্ট পিটাৰ্চ স্কোৱাৰৰ মাজেৰে যাওঁতে গোলাপী আৰু নীলা ৰঙৰ গীৰ্জাৰ গম্বুজটো দেখা পালো। সেই সময়ত ৰোমনগৰী একেবাৰে জনশূন্য, কাৰণ ৰোমৰ মানুহে সোনকালে শোৱে আৰু ৰাতিপুৱা চাৰে আঠ বজাৰ আগতে বিছনাৰ পৰা নুঠে। এই ৰোম হল মধ্যবিত্তৰ ৰোম।

কিন্তু ৰোমৰ চোৰ-ডকাইতবোৰ কেতিয়াবাই নিদ্ৰাৰ পৰা উঠিল, পোণে সাত বজাৰ সময়ত পোৰ্টা পোৰ্টেজি অঞ্চলৰ ঠেক ৰাস্তাবোৰ জনপূৰ্ণ। এই কুখ্যাত অঞ্চলটোৰ সৈতে কেবা বছৰ আগতে মোৰ পৰিচয় ঘটে। আজিৰ দৰে একে উৎকণ্ঠাৰে মই এদিন 'লিয়েৰ' নামৰ মোৰ পোহনীয়া কুকুৰটোক এই অঞ্চলতে বিচাৰি ফুৰিছিলো। তাকো কেনোবাই চুৰি কৰিছিল।

কবলৈ গ'লে ১৯৩৮ চনৰ ডিচেম্বৰলৈ ৰোমৰ চোৰহঁতৰ পৰা মই একো আহুকাল পোৱা নাছিলো। ডিচেম্বৰত সিহঁতে মোৰ চিকাৰী কুকুৰ লিয়েৰক চুৰি কৰে। কুকুৰটো মই বিচাৰি পালো এজন ৰুটিৱা-লাৰ ৰুটি তৈয়াৰ কৰা ভাটিখানাত তলামৰা অৱস্থাত। ৰুটিৱালাৰ চিকাৰী বন্ধু এজনে কুকুৰটো চুৰি কৰিছিল।

পোৰ্টা পোৰ্টেজিৰ সেই চুৰুৰীটোৰ মানুহ কেতিযাবাই টোপনিৰ পৰা উঠিল। দলংখনৰ ৰেলিঙত চোৰহঁত বহি আছে। এখন, দুখন বা তিনিখন বাইচাইকেল লৈ চোৰহঁতে ডিমৰু, আঙুৰ আৰু বাদামৱালাহঁতৰ লগত দৰ-দাম কৰি আছে। মানুহ ইমান বেছি যে মোৰ ভয় হ'ল, বোধকৰো চোৰহঁতে মই বাইচাইকেলখন বিচাৰি মানুহৰ মাজত ঘূৰি ফুৰোতেই মোক চিনি পাব। মই আগতে ভাবিছিলো পোৰ্টা পোৰ্টেজিত হয়তো এশমান মানুহ থাকিব। এতিয়া দেখিছো কম পক্ষেও দুহাজাৰ মানুহৰ জনতা। শাৰী পাতি থকা চোৰৰ দলৰ মাজেৰে মই খোজ ললো। প্ৰথম শাৰীটোত আছিল এখন বা দুখন বাইচাইকেল হাতত থকা চোৰ। ইহঁতৰ বাইচাইকেলবোৰ একেবাৰে ভগা-ছিগা, নীলামত কেতিয়াবা এনেকুৱা বাইচাইকেল বিক্ৰী হয, টায়াৰ-টিউব নোহোৱা, ৰং উঠি যোৱা, যোৰা-তাপলি মৰা বাইচাইকেল। প্ৰথম শাৰীৰ পিছত আছে টায়াৰ, টিউব আৰু বাইচাইকেলৰ বিভিন্ন অংশ বেচোঁতাসকল। প্ৰথম শাৰীটোত মই ইয়াৰ আগতে পিয়াজা ডেল মন্টত দেখা পোৱা চিনাকি মুখ কেইখনমানো দেখিলো। এজনৰ ওচৰত আছিল তিনিখন উলশ্চিট কোম্পানীৰ বাইচাইকেল। এইবিধ বাইচাইকেল ফেচিস্ট গুহৰক্ষী বাহিনীয়ে ব্যৱহাৰ কৰিছিল। ক'লা ৰঙৰ বাইচাইকেলবোৰ, বেছ মজবুত আৰু নতুন, দাম পোণ্ধৰ হাজাৰ লিৰাৰ ইফাল-সিফাল। এই বিক্ৰেতাবোৰ ব্যৱসায়ী চোৰ নাইবা সৈন্যবাহিনীৰ নাম কটা চিপাহী অথবা দুয়োটাই।

চোৰবোৰৰ মাজত মই ছাত্ৰৰ বেজ পিন্ধা দুজন ডেকালৰা দেখা পালো। সিহঁতৰ হাতত সৰু চুটকেচ, সিহঁতে সাবধানে ক্ৰেতাৰ ওচৰ চাপিছিল। যদি ক্ৰেতা ইচ্ছুক হয়, তেন্তে এজনে চুটকেচ এটা খুলি বিশ্ববিদ্যালয়ৰ ভুতপূৰ্ব ফেচিষ্ট গৃহৰক্ষীবাহিনীয়ে ব্যৱহাৰ কৰা গেঞ্জিৰ নিচিনা ক'লা গেঞ্জি উলিয়াই দেখুৱায়। সিহঁতে সৰু সৰু ৰঙৰ পেকেটো বিক্ৰী কৰে।

প্ৰথম শাৰীটোৰ মাজেৰে গৈ থাকোতে সেউজীয়া চোলা পিন্ধা ডেকালৰা এজনে মোৰ লগ ললে। প্ৰাচীন ৰোমান বা ভুতপূৰ্ব ফেচিষ্ট গুন্ডাৰ দৰে সি আটিল দেহৰ আৰু উগ্ৰত প্ৰকৃতিৰ ডেকা। কঠিন নিৰ্মম তাৰ মুখমন্ডল। সি মোক মই তালৈ কিবা বেচিবলৈ আহিছো নে কিনিবলৈ আহিছো সুধিলে।

'বেচিবলৈ।' মই উত্তৰ দিলো।

সি মোক আগতে পিয়াজা ডেল মন্টত দেখিছিল নিশ্চয়। মই যে ইয়ালৈ মোৰ বাইচাইকেল চুৰি কৰা চোৰটোক বিচাৰিবলৈ আৰু বাই-চাইকেলখন পুনৰুদ্ধাৰৰ চেষ্টা কৰিবলৈ আহিছো, একো বস্তু বেচিবলৈ অহা নাই, এই কথাটো জানিহে যেন সি মোক চাবলৈ আহিছে। অৱশেষত সি মোৰ লগত থকা বাইচাইকেলখন মই কিমান দাম পালে বেচিম বুলি সোধাত মই বুজি পালো যে সি মোক বুৰ্বক বনাবলৈ আহিছে। মই উত্তৰ দিলো, 'ত্ৰিশ হাজাৰ লিৰা।'

'এইখন বাইচাইকেলকে মই আপোনাৰ ওচৰত এদিন ছয় হাজাৰত বেচিম।' এইবুলি গৰগৰাই সি জনতাৰ মাজত লাহে লাহে মিলি গ'ল। সি যেন মোক সতৰ্ক কৰি দি গ'ল যে ভিয়া ডেল্লা স্কালাত থকা তাৰ দলে এই বাইচাইকেলখনো এদিন চুৰি কৰিব আৰু পিছত মোকেই ছয় হাজাৰ লিৰা দাম লৈ সেইখন বেচিব।

মোৰ খং উঠিছিল, কিন্তু মোৰ যে খং উঠিছিল সেই কথাটো চোৰটোক জানিবলৈ দিব নালাগিছিল। মই তাক বিদ্ৰুপৰ সুৰত বাইচাইকেলখনৰ দাম হিচাপে অসম্ভৱ এটা সংখ্যা নকৈ সাধাৰণতে যিমান হব পাৰে, সিমান বুলিহে কব লাগিছিল। চোৰহঁতৰ মনত আঘাত দিয়া বা সিহঁতৰ খং তোলাৰ পৰা একো লাভ নাই। দোষ মোৰেই, দোষ মোৰ অভিজ্ঞতাৰ। সঁচা যে ইয়াৰ আগতে এবাৰ চুৰি হোৱা মোৰ নীলা

ৰঙৱৰ বাইচাইকেল এখন মই কিচাৰি পুনৰুদ্ধাৰ কৰিছিলো, তাৰ মানে এইটো নহয় যে মই এজন ভাল অনুসন্ধানকাৰী বা আদৰ্শ গোৱেন্দা। মই ডেকাজনৰ লগত ধেমেলীয়া সুৰতহে কথা কব লাগিছিল। কিযনো মই পিছত গম পাইছিলো যে সি নিশ্চয় কোনোবা এটা চোৰৰ দলৰ নেতাই হব। চোৰৰ দলৰ নেতাৰ কাম হল পৰিদৰ্শকৰদৰে। বোধহয় সি মোক কালিৰে পৰা লক্ষ্য কৰিছিল আৰু মই যে মোৰ বাইচাইকেলখনৰ সন্ধানত পোৰ্টো পোৰ্টেজিলৈ আহিম, সেইকথা অনুমান কৰিছিল।

বাইচাইকেল চুৰি কাৰ্য্য বন্ধ কৰাৰ সম্পৰ্কত পুলিচৰ পহৰা সম্বন্ধে নো কি ক'ম। এটা উদাহৰণেই যথেষ্ট। শুনক।

আজি মই পোৰ্টো পোৰ্টেজিলৈ যাওঁতে পিযাজা ডেল মন্টৰ মাজেৰে গৈছিলো। কাৰণ মই শুনিছিলো যে দেওবাৰে বোলে তাৰ চক-বজাৰত এজনো চোৰ নাথাকে। কথাটো সঁচা নে মিছা তাক মই নিজ চকুৰে চাম বুলি সেই ফালেদি গৈছিলো। সঁচাকৈযে চকটো জনশূন্য। আছে কেৱল এজন ইউনিফৰ্ম পিন্ধা পহৰীয়া। পুৱতি নিশা মদ খাই চলং-পলং কৰা মানুহৰ দৰে সি থিয় হৈ আছে এটা ঘৰৰ নঙলামুখত। ঘৰটোৰ খিৰিকীখনত দেখা গল এজনী ছোৱালী, তাই তাৰ লগত আকাৰে-ইংগিতে কিবা কথা কৈ আছে। মব পহৰীয়াটোৰ লগত অলপ ধেমালিকে কৰো বুলি তাৰ ওচৰ চাপি সুধিলো:

'নমস্কাৰ। পিছে আজি ৰাতিপুৱা চোৰহঁতক ক'ত পোৱা যাব?'

মোৰ প্ৰশ্নত চমক খাই অথবা মই তাৰ লগত ঠাট্টা কৰা বুলি অনুমান কৰি সি কলে, 'বুজিছে ডাঙৰীয়া, আজি দেওবাৰ। আজি সিহঁত গৈছে পোৰ্টো পোৰ্টেজিলৈ। আপুনি যদি তালৈ গৈ যি কোনো বাটৰুৱাক সোধে, তেন্তে সিহঁতক বিচাৰি উলিযাব পাৰিব।'

পহৰীয়াটোৰ কথা শুনি মই অকণো আচৰিত নহলো, কিয়নো কালি মই পিয়াজা ডেল মন্টত চোৰবোৰৰ মাজত এজন পুলিছক তাৰ ক'লা পানীকোটটো বিক্ৰী কৰা দেখিছিলো, আন এজন পুলিছে তাৰ চামৰাৰ মোজাযোৰ বিক্ৰী কৰিছিল। তাৰ পিছতে মই পোৰ্টো পোৰ্টেজি অভিমুখে ৰাওনা হলো।

বাটত মই এজনী ছোৱালীক দেখা পালো। তাইৰ ভৰি দুখন লেৰেলা, কিন্তু তাই এই অভাৱ-অনাটনৰ দিনতো বেছ বঢ়িয়া মোজা

এযোৰ পিন্ধিছে। দাম কিজানি চাৰিশ লিৰামান হব। সৈনিকৰ বেশ্যা নহলে এযোৰ মোজাতে চাৰিশ লিৰা খৰচ কৰা আন ছোৱালীৰ পক্ষে অসম্ভৱ। তাইৰ ফ্ৰকটোৰ প্ৰতি মই এক কাব্যিক দৃষ্টিৰে দৃষ্টিপাত কৰিলো। ফুলৰ দৰে তাইৰ ফ্ৰকটো। মই চিন্তা কৰিছিলো—আজি-কালি সৌন্দৰ্য্যৰ প্ৰতি মোৰ কোনো কামনা কেলেই জাগ্ৰত নহয়। মোৰ আজিৰ অৱস্থাৰ সৈতে মোৰ ডেকাকালৰ অৱস্থাৰ কথা মই মনতে বিজাই চালো। ডেকা কালত তো মই আজিৰ দৰে ক্ষুধাৰ যন্ত্ৰণা সহ্য কৰিবও লগা নাছিলো নাইবা চোৰ অনুসন্ধানত ফুৰিবলগীয়া হোৱা নাছিলো। ডেকাকালত প্ৰত্যেকজনী ছোৱালীয়েই আছিল মোৰ বাবে প্ৰেৰণাৰ উৎস।

পোৰ্টা পোৰ্টেজিলে যোৱাৰ বাটত মই এইবোৰকে ভাবি ভাবি গৈছিলো। ডেকাকালৰ সেই দিনবোৰত মই ছোৱালীবোৰতক চাইছিলো সিহঁতৰ সৌন্দৰ্য্য লাবণ্য আৰু সৰলতাৰ দৃষ্টিভংগীৰ পৰা। আৰু আজি?

আজি সেইবোৰৰ প্ৰতি লক্ষ্য কৰিবলৈ মোৰ আজৰি নাই। আজি মই আছো চোৰৰ সন্ধানত, মোৰ ধনৰ মোনা, ফাউণ্টেনপেন, বাইচাইকেল আদি চুৰি কৰা চোৰৰ সন্ধানত।

এতিয়া মোৰ কাহিনীলৈ আহো।

অলপ আগতে মোৰ গতি-বিধি লক্ষ্য কৰা চোৰৰ দলপতিজন যোৱাৰ দহ মিনিটৰ পিছতে এটা ঘটনা ঘটিল। ঘটনাটো দুৰ্ঘটনাতে পৰিণত হলহেঁতেন, কিন্তু ভাগ্যক্ৰমে সি হাস্যৰসৰহে উদ্ৰেক কৰিলে। মই ঘৰৰ পৰা ওলোৱাৰ সময়ত পেণ্টৰ যিটো জেপত টকা-পইচা থৈছিলো, সেইটোৰ মুখখন ভালদৰে চিলাই কৰি লৈছিলো, যাতে পকেট মাৰিব নোৱাৰে। ইতিমধ্যে এজন পকেটমাৰে মোৰ সোঁহাতৰ ফালৰ জেপত হাত ভৰাইছিল। কিন্তু পকেট খালি কাৰণে বেচেৰাই ঠগ খালে। অন্য চোৰবোৰে পোৰ্টা পোৰ্টেজিলে আহিবলৈ ধৰিছে। সিহঁত আহিছে ভিয়া ডেলা লুংগাৰা, ভিয়া ডেলা স্কালা, ভিয়া ডেল মণ্টানাটো, ভিকল' ডেল চিংক বা ভিকল' ডেল পিয়েড অঞ্চলৰ পৰা। কিছুমান আহিছে এভেনটাইনৰ বিপৰীত ফালৰ পিয়াজা ভিট্ৰীৰঅ' বা গাৰ্বাটেলো আদি দূৰ অঞ্চলৰ পৰা। বাতিপুৱা সাত বজাতে মানুহৰ ইমান ভীৰ হৈছে যে চলাফুৰা কৰাটোৱেই কষ্টসাধ্য হৈ পৰিছে। ঠেলা-হেঁচাৰ মাজেৰে

খাট উলিয়াই মই আগবাঢ়িছো। চোৰৰ বেছি ভাগ গৈছে পোৰ্টো পোৰ্টৌজৰ গেট পাৰ হৈ ঠেক ৰাস্তাটোৰ কাষে। সেইফালে নৈৰ পাৰত জেৱাল আৰু সৈন্যৰ বেৰাকৰ ভগ্নস্তূপৰ দাঁতিৰ আধা কিলোমিটাৰ জুৰি থকা মুকলি ঠাইডোখৰত বাইচাইকেল চোৰহঁত গোট খাইছে। আন আন চুৰি মাল বিক্ৰেতাহঁতো ঠাই খাই পৰিছেহি। কম্বল, কাপোৰ, লোৰ বস্তু, কমাৰ-কাঠমিস্ত্ৰী-মুচি-ৰাজমিস্ত্ৰীৰ সঁজুলি, পুৰণি জোতা, ফিটা, বেল্ট, সূতা, চিলাইৰ বিভিন্ন সঁজুলি, খালি টেমা, ফটোৰ ফ্ৰেম, অপেশত শিল্পীয়ে আঁকা তৈলচিত্ৰ, ভগা মাটিৰ কলহ, হেণ্ডেল, ধোঁৱা-ধূসৰিত মলিয়ন কাগজৰ উপন্যাস ইত্যাদি নানা তৰহৰ বস্তু। এই এই বস্তুবোৰ যদিও সাধাৰণ, তথাপি বৰ্তমান এনেকুৱা কিছুমান বস্তু বোমত বেলেগ কোনো দোকানত পোৱা নাযায়। যেনে, এটা চোৰে বেচিছে মমবাতি আৰু জুইশলা। মই তাক জুইশলাৰ বাকচ ক'ৰপৰা আনিছে সুধিলো। সন্ত-মহন্তৰ নিচিনাকৈ সি আচল কথাকে কলে। এই বস্তুবোৰ আনিবৰ কাৰণে সি টাৰ্মিনাল ষ্টেচনলৈ যায় আৰু পেৰুজিয়াৰ পৰা ৰেলগাড়ীত অহা যাত্ৰী সকলৰ পৰা শতকৰা পোন্ধৰ লিৰা দৰত মমবাতি আৰু জুইবাহ কিনে। এইদৰে কিনা মমপাত আৰু জুইবাহ সি পঁচিশ বা ত্ৰিশ লিৰা দৰত আকৌ বজাৰত বেচে।

এজন চোৰে বেচিছে নিমখ, আন এজনে খোলাখুলিকৈ জলফাই তেল বেচিছে। জলফাই তেল পাবলৈ নাই, আনকি হতভাগ্য আৰু প্ৰবঞ্চিত ৰেচন কাৰ্ড হোল্ডাৰ সকলোকো চৰকাৰে এটিকটা জলফাই তেল সৰবৰাহ কৰিব নোৱাৰে। অথচ ইয়াত খোলাখুলি ভাৱে বিক্ৰী হৈছে। চকীৰ ওপৰত তেলৰ টিনবোৰ থোৱা আছে, তাৰ ওচৰতে আছে গিলাচ কিছুমান। তেল বিক্ৰী হোৱাৰ পিছত বাটখাৰাত লাগি থকা তেলৰ টোপালবোৰ তাত ৰখা হৈছে।

এই অপৰিসীম দাৰিদ্ৰ্য, পোকৰ দৰে কিলবিল কৰি থকা জীৰ্ণ-শীৰ্ণ চেহেৰাৰ এই জনতাৰ দৃশ্য দেখি মোৰ উপলব্ধি হল যে কবি-দাৰ্শনিক-সকলে গোলাপী ৰঙৰ চশমা পিন্ধি দেখিবলৈ পোৱা মানৱ-সমাজৰ জগত বাস্তৱৰ অকণো সামঞ্জস্য নাই। 'বাস্তৱ মানৱ-সমাজত' আছে জোকৰ জাত এমুঠিৰ যাৰে ছলে-বলে-কৌশলে কৰা সংগ্ৰাম।

কবি-দাৰ্শনিকসকলে দুখীয়া মানুহতকৈ ভদ্ৰলোক শ্ৰেণীৰ মানুহৰ বেছি বুদ্ধিবৃত্তি আছে বুলি ভাবে নেকি ?

প্ৰকৃততে তাৰ ওলোটাটোহে। পোৰ্টো পোৰ্টেজিৰ বজাৰখন চালেই গম পোৱা যায় যে যদিও এই দুখীয়া মানুহবোৰৰ অৱস্থা দুখীয়া হৈ আছে, তথাপি বুদ্ধিবৃত্তি, ধূৰ্ত্তামী আদিত সিহঁতো ভদ্ৰলোক শ্ৰেণীৰ সমপৰ্য্যায়ৰ।

মই এজনক ডাইনেম'ৰ লগতে ৰাইচাইকেলৰ লাইট এটাৰ দাম কিমান সুধিলো।

'নশ লিৰা। লাইটটোৰ তিনিশ আৰু ডাইনেমটোৰ ছশ।' সি কলে, 'নিয়ক, যদি বেয়া যেন দেখে দাম ঘুৰাই লব। উচিত কথা কৈছো।'

'নালাগে দিয়া তুমি মোক দাম ঘুৰাই দিব। মই নিকিনো'—মই কলো।

মই নিজেই নিজক যুক্তি দেখুৱালো : এক লিটাৰ তেলৰ দাম আগতে আছিল ছয় লিৰা, আজি তাৰ দাম ছশ লিৰা, গতিকে এটা লাইট আৰু ডাইনেমৰ দাম যে আগৰ দামতকৈ এশ গুণে বেছি নহব, তাৰ কি মানে আছে। এযোৰ জোতাৰ দামো আগতকৈ এশগুণ বেছি হৈছে।

আন এজন চোৰৰ ওচৰত বিক্ৰীৰ কাৰণে আছিল জুইবাহ। যি জুইবাহ ৰেচন কাৰ্ড থাকিলে চিগাৰৰ দোকানত দুই লিৰাত পোৱা যায়, পোৰ্টো পোৰ্টেজিত সেই জুইবাহৰ দাম পঁচিশ লিৰা। তাৰ মানে এশডাল জুইশলা কাঠিৰ দাম পঁচিশ লিৰা! এক লিৰাত চাৰিডাল জুইশলা কাঠি! ইয়াৰপৰা বুজিব পাৰি যে আমাৰ জাতীয় ঋণ মাত্ৰ ছশ বিলিয়ন বুলি আশ্বাস দিয়া বিত্তমন্ত্ৰীৰ বক্তৃতা এটা প্ৰকাণ্ড ভুৱা আৰু হাস্যকৰ। ছশ বিলিয়নক চল্লিশ মিলিয়ন দেশবাসীৰ সংখ্যাৰে ভাগ কৰিলে দেখা যায় জনমূৰি জাতীয় ঋণৰ অংশ হয় পোন্ধৰ হাজাৰ লিৰা। অৰ্থাৎ কাগজ-পত্ৰৰ কালৰপৰা চাবলৈ গ'লে প্ৰত্যেকজন দেশবাসীৰ কেই মাহমানৰ আয় বা বানচৰ মূল্য, বছৰত পোন্ধৰ হাজাৰ লিৰাকৈ প্ৰত্যেকে ৰাষ্ট্ৰক দিব লাগে। কিন্তু আচলতে অৱস্থা সম্পূৰ্ণ বেলেগ। কাৰণ সাধাৰণ আয় বা চাৰি হাজাৰ লিৰা আয়েৰে এজন মানুহে এযোৰ জোতা বা এযোৰ চুটহে কিনিবলৈ সক্ষম।

এইদৰে চিন্তা কৰি কৰি মই অপৰাহ্ণত কষ্টুৰে ঠাই খাই থকা কিমাট মাকশালীখনলৈ দৃষ্টিপাত কৰিলো।

কিনোতাতকৈ বেচোঁতাৰ সংখ্যা সৰহ। মই গৈ গৈ ঠেক বাটটোৰ মূৰ পালোঁ। কেপাচোন খোলা চুহ্‌বীটোৱেই বজাৰখনৰ শেষ সীমা। তাৰ ওচৰৰ খালটোৰ বাঁওহাতেৰে গাঁথলৈ যোৱা আলিবাটটোলৈ মই অলপ মুক্ত বায়ু সেৱন কৰিবৰ উদ্দেশ্যে ওলাই গ'লো। ওচৰৰ গছবিটোৰ পাৰত ৰতাহত কাপোৰ শুকুৱাই থকা এজনী খোঁতিয়কৰ তিৰোতাক দেখা পালোঁ। তাইৰ লগত অলপ কথা-বতৰা পাতিলোঁ, কিন্তু তাই মোক চোৰ বা ছদ্মবেশী পুলিচ বুলি সন্দেহ কৰি মোৰ লগত ভালদৰে কথাবতৰা নাপাতিলে।

মই ঘূৰি আহিলো—হাজাৰ হাজাৰ চোৰৰ মাজেৰে ঠেলি-হেঁচি বাট উলিয়াই। যি ঠাইত বাইচাইকেলখোৰ ৰখা হৈছে সেই ঠাইলৈ আগবাঢ়িলো। এটা নিষ্ফল আশাই মোৰ মন অধিকাৰ কৰিলে। কিজানি সেই অসংখ্য বাইচাইকেলবোৰৰ মাজত মই মোৰখন বিচাৰি পাওঁৱেই।

এখন এখনকৈ প্ৰত্যেকখন বাইচাইকেল মই ওচৰৰপৰা পৰীক্ষা কৰি যাবলৈ ধৰিলো। অৱশেষত মোৰ বাইচাইকেলখন নাইবা চোৰটোৰ কোনোটোকে বিচাৰি নাপাই মই আন এখন বাইচাইকেল কিনিম বুলিয়েই মনস্থ কৰিলো। গতিকে মই দাম সুধিবলৈ আৰম্ভ কৰিলো।

দহবছৰীয়া পুৰণি টায়াৰ নোহোৱা কিন্তু নতুনকৈ ৰং কৰা বাই-চাইকেল এখনৰ দাম ছয়-সাত হাজাৰ লিৰা। বিয়াঙ্কি চাইকেলৰ দাম বিশ হাজাৰতকৈ কম নহয়। চোৰবোৰৰ এটা দলৰ মাজত মই এটা লৰাক দেখা পালো। তাৰ হাতত ভাল ধাতুৰে তৈয়াৰী মাডগাৰ্ড, লাইট, দুয়ো চকাতে ব্ৰেক থকা এখন নতুন বাইচাইকেল। টায়াৰ আৰু কেনো নতুন।

'বিক্ৰী হব, বিক্ৰী হব'—বুলি খোনাই খোনাই লৰাটোৱে চিঞৰি আছে। মই তাৰ কাষ চাপি বাইচাইকেলখন দাঙি চালো, পেডেলডাল চলাই চেইনডাল ঘূৰাই দিলো। বেছ এটা ছন্দোময়, সুমধুৰ, প্ৰায় সংগীতৰ দৰে আৱাজ হল। বাইচাইকেলখন নিখুঁত, মোৰ বেছ পছন্দ হল। সি দাম কৰিলে ওঠৰ হাজাৰ লিৰা। আজি দুদিন ধৰি বজাৰৰ দাম-দৰৰ আভেদখলেখ ৰাখি ভু পাইছো যে সি আনৰ তুলনাত কম বেছি দাম কিবা নাই। মই তাক ষোলহাজাৰ কলিলো।

'কু—কি? কি কলে?' খোনাই কলে, 'এইখন প্ৰায় কৰা নাম

নহয়। ম-মই নিজেই ছয় হাজাৰ লিৰাত এইখন কিনিছো। ম-মোক ইতিমধ্যে আন মানুহ চ-চৈধ্য হাজাৰ যাচি আছে। ম-মইহে মান্তি হোৱা নাই।'

মোৰ লগত আৰু সময় খৰচ নকৰি সি আঁতৰি গৈ কাগজ-কলম উলিয়াই কিবাকিবি লিখিব ধৰিলে। আন বিক্রেতাবোৰতকৈ খোনাজন বহুতো ভাল। সি চোৰ যদিওবা হয়, তেনেহলেও এই বিদ্যা আৰম্ভ কৰা হয়তো তাৰ বেছিদিন হোৱা নাই।

ইতিমধ্যে মই মোৰ বিবেকৰ লগত তৰ্ক আৰম্ভ কৰিলো। চোৰৰ-পৰা মানুহে বস্তু কিনা উচিত নে? ইয়াৰদ্বাৰা জানো তাক প্ৰৰোচনা দান কৰা নহয়? চুৰি বস্তু গ্ৰহণ কৰোতাজন জানো আইনমতে দণ্ডনীয় নহয়? কিন্তু বৰ্তমান দেশত আইন-কানুনেই বা ক'ত।

আচ্ছা, তুমি যেনিবা প্ৰকৃত চাইকেল ব্যৱসায়ী এজনৰ পৰাই কিনিব খুজিলা। সুধিলে সি কব, তাৰ ষ্টকত নতুন নাইবা পুৰণি কোনো বাইচাইকেলেই নাই। তাৰ হাতত আছে হয়তো কেইটামান আঠাৰ বটল আৰু কেইটামান পুৰণি ধৰণৰ পাম্প। আনকি সৎ ব্যৱসায়ীয়েও তোমাক চোৰৰ ওচৰলৈ যাবলৈহে উপদেশ দিব। ইচ্ছা কৰিয়ে হওক বা অনিচ্ছা সত্ত্বেই হওক, সিহঁতো দৰাচলতে পিয়াজ্জা ডেল মন্ট আৰু পোৰ্টা পোটেঁজিৰ বজাৰ দুখনৰ সৰবৰাহকাৰী। বাইচাইকেলৰ দোকান-বোৰত ৰাতি প্ৰায়ে চুৰি বা লুটপাত হৈ থাকে।

আজিকালি অৱশ্যে চুৰি বা লুটপাত নহয় বুলিলেই হয়, কিয়নো দোকানীহঁতে আজিকালি বাইচাইকেলবোৰ গুপুতে গুদামত লুকাই ৰাখে। অৱশ্যে জাৰ্মান সকলে দেশ অধিকাৰ কৰাৰ সময়ৰ পৰাই এই লুকাই ৰখা প্ৰথাটো চলি আহিছে। কিয়নো নাজীহঁতে য'তে যাৰ বাইচাইকেল পাইছিল, তাকেই বলপূৰ্বক লৈ গৈছিল প্ৰত্যেকখনৰ বাবে এহাজাৰ লিৰাকৈ দি। বেছি ভাগৰে দাম কিন্তু সিহঁতে দিয়া নাছিল। তেতিয়াৰেপৰা বিক্রেতাসকলে চুৰিমালৰ দালাল আৰু চোৰহঁতৰ লগত ব্যৱসায় কৰিবলৈ আৰম্ভ কৰে। ব্যৱসায়ীসকলে দহহাজাৰ লিৰাত দালালহঁতক বাইচাইকেল বিক্ৰী কৰে আৰু দালালহঁতে সেই বাই-চাইকেলকে আকৌ বিশ হাজাৰ লিৰাত বিক্ৰী কৰে। এনেস্থলত বিবেকৰ দোহাই দি কি লাভ!

যাৰ বাইচাইকেলৰ আৱশ্যক, সি দালাল বা চোৰৰপৰা কিনাৰ বাহিৰে আন উপায় নাই, আন ক'তো সহজে বাইচাইকেল বিচাৰি পোৱা নাযায়। তাৰোপৰি যোঁছ, ভাগ বিক্রেতাই আকৌ ক্রেতা। যুদ্ধৰ কাৰণেই এইটো হবলৈ পাইছে। বাইচাইকেল প্রধানকৈ তৈয়াৰী হয় উত্তৰ ইটালীত। কিন্তু উত্তৰ আৰু দক্ষিণ ইটালীৰ মাজত দুই পক্ষৰ সৈন্য থকা কাৰণে ব্যৱসায়ীসকলে পোৰ্টা পোৰ্টেজিৰ বজাৰতে বাই-চাইকেল কিনিবলৈ বাধ্য হয় আৰু জাৰ্মানসকল অহাৰ আগতে সেইবোৰ বিক্রী কৰে। সেই সময়ত সিহঁতে ভাবিছিল যে যুদ্ধ সোনকালেই শেষ হব, পাভিয়া, বাপ্তো আৰ্চিজিঅ', ক্রিমোনা, বেস্কিয়া, মিলান, তুৰিন আৰু আন আন নগৰৰ পৰা দক্ষিণ ইটালীলৈ আকৌ আগৰদৰে বাই-চাইকেল আমদানী হব।

কিন্তু দেখা গ'ল, হঠাতে প্রথমে বজাৰৰপৰা টায়াৰ নাইকিয়া হ'ল, তাৰপিছত টিউব, অৱশেষত ফ্রেমো নাইকিয়া হ'ল। দাম উৰ্দ্ধমুখী হ'ল, যুদ্ধৰ পিছতো যে দাম কমিব, সেই আশাও সুদূৰ পৰাহত।

১৯৪৪ চনৰ ডিচেম্বৰৰ ২৮ তাৰিখে মোৰ বাইচাইকেলখন চুৰি হয়। তাৰ ক্ষতিপূৰণ কৰিবৰ কাৰণে মই প্রায় দহখনমান বাইচাইকেল কিনি ব্যৱসায় কৰিবলৈকে মনতে স্থিৰ কৰিলো। দহখন বাইচাইকেল যদি মই এতিয়া কিনি ৰাখি থওঁ, তেন্তে কিছুদিন পিছত মই বেছ চৰা দামত সেইবোৰ বেচিব পাৰিম। ব্যৱসায় যে কোনকালে চাল খাইছে মই বেছ দেখিবলৈ পাইছো, ময়ো ব্যৱসায় কৰিব পাৰিম যেন পাইছো। অৱশ্যে সঁচাকৈয়ে ব্যৱসায়ৰ ক্ষেত্রত মই একেবাৰে কেঁচা। ব্যৱসায়ত নামিবলৈ ইচ্ছা মোৰ কোনো দিনেই নাছিল। দুদিনীয়া এই মানৱ-জীৱনটো এইবোৰ জাগতিক ব্যাপাৰত মিছামিছি খটুওৱাৰ পৰা কি লাভ। কৰিবৰ কাৰণে উপযুক্ত কাম হৈছে চিন্তা কৰা, পৰ্য্যবেক্ষণ কৰা আৰু মানৱজীৱনৰ অন্ধকাৰ দিশটোত আলোকপাত কৰি তাকেই কবিতাৰ বিষয়বস্তু কৰি তোলা। অৰ্থাৎ মোৰ পক্ষে চুৰি মালৰ কাৰবাৰ কৰি চোৰ হোৱাতকৈ দুখীয়া কবি হৈ থকাই ভাল। দুখীয়া অৱস্থাত থকাই শ্রেয়ঃ।

অৱশ্যে এইদৰে চিন্তা কৰি ভালেই লাগে। কিন্তু ইতিমধ্যে মোৰ দ্বিতীয় বাইচাইকেল এখনৰ প্রয়োজন থকেই যোঁছ। এতিয়া মোৰ

হাতত থকা নীলা বাইচাইকেলখনো যদি কোনোবাই চুৰি কৰি নিয়ে, তেতিয়া মোৰ উপায় কি হ'ব? বাছ যেতিয়া নচলে, তেতিয়া খোজ-কাঢ়িয়েই কৰিব লাগিব। খোজকাঢ়ি যোৱা মানুহজনতকৈ ঘোঁৰাত যোৱা মানুহজনৰ সুবিধা অনেক। মোৰো প্ৰয়োজন কেইঘণ্টামানৰ কাৰণে মহানগৰীৰ বাহিৰলৈ যোৱা। আগতেই কৈছো যে মহা-নগৰীৰপৰা বাহিৰৰ দূৰৰ মুকলি পথাৰলৈ যাবলৈ হ'লে বাইচাইকেলখন মোৰ নহ'লেই নহয়।

পৰাহি চুৰি হোৱা মোৰ বাইচাইকেলখনতকৈও ধুনীয়া এখন বাইচাইকেল কিনিবলৈ মই মনস্থ কৰিলো। দৰ-দাম বন্দবস্ত কৰাত লাগিলো কিনাৰ উদ্দেশ্যেই। বস্তুৰ দৰ-দাম ঠিক কৰাত মোৰ ব্যুৎপত্তি নোহোৱা নহয়, কিন্তু ইচ্ছাহে নাযায়।

এইবাৰ মই 'ওঠৰ হাজাৰ লিৰা বৰ বেছি দাম হৈছে' এইদৰে নকৈ কলো, 'ওঠৰ হাজাৰ লিৰা বৰ বেছি দাম হোৱা নাই অৱশ্যে, কিন্তু মোৰ হাতত মাত্ৰ পোন্ধৰ হাজাৰ লিৰাহে আছে।'

এই বুলি কৈ মই চোৰক হাতত সাৰিবলৈ চিলাই কৰি অনা জেপখনৰ চিলাইবোৰ এৰুৱাই পোন্ধৰ হাজাৰ লিৰাৰ নোট উলিয়ালো। মই যেনেকৈ শ্ৰীমতী আনা স্টিকলাৰক ভাল পাওঁ, সেইদৰে চোৰহঁতেও হাজাৰ লিৰাৰ নোট ভাল পায়। টকাই সিহঁতৰ উত্তেজনা আনে আৰু তাৰ কাৰণে সিহঁত পাগল। ভিৰোতাৰ প্ৰতি, ভাল খাদ্য বা পানীয়ৰ প্ৰতি সিহঁত উদাসীন। চুৰি কৰাৰ আনন্দৰ কাৰণেই সিহঁতে চুৰি কৰে। ই সিহঁতৰ সহজাত প্ৰবৃত্তি। সিহঁতৰ বৰ্মত (যদি সিহঁতৰ বৰ্ম থাকিলহেঁতেন) অঁকা থকা উচিত মাখি ধৰা জাল এখনৰ বা ধুলিকীৰ্ণ মকৰাজাল এখনৰ চিত্ৰ। মকৰাই ইমান সুতা খৰচ কৰি কষ্টেৰে এখন জাল সাজে। কিয় সাজে? এটা সামান্য মাখি ধৰিবলৈ। কোনোবা মানুহে এনে এটা সামান্য কামৰ কাৰণে ইমান অহোপুৰুষাৰ্থ কৰিবনে?

চোৰবোৰে এনে সামান্য কামৰ বাবেও বিৰাট পৰিশ্ৰম কৰে। মুচেটৰ এটা গান বা বেবেলাৰ বধু কাৰ্ডিনাল ডু বেলাৰ কবিতা মই যেনেকৈ ভাল পাওঁ, চোৰহঁতেও হাজাৰ লিৰাৰ নোট এখনৰ প্ৰতি তেনেকুৱা ভাব পোষণ কৰে।

এতিয়া মই দাম-দৰ কৰা চাইকেলখনৰ কথালৈ আহো। বিক্ৰেতা-

জন আগতে লগ পোৱা খোনাজন। সি মোৰ ফালে বাৰেপতি চকু পিৰিকাই চাই আছে। তাৰ চকুৰ নৃত্য দেখি এনেকুৱা লাগে যেন সি চকুত আঘাত পাইছে। মই তাকে এই সম্বন্ধে সুধিলো। তাৰ উত্তৰত সি মোক এই কাহিনীটো কলে:

পিয়াজা বোলনাত আমেৰিকানবোৰে বোমা পেলোৱাৰ সময়ত সি তাৰ ঘৰৰ ভগ্নস্তূপৰ মাজত পৰি প্ৰায় মৃত অৱস্থাত মূৰ্চ্ছা গৈ আছিল। যদিও সি নমৰিল, তথাপি দহ-বাৰ দিনলৈ সি কথা কব নোৱাৰা অৱস্থাত আছিল আৰু প্ৰায় অন্ধৰ দৰে হৈ গৈছিল। তাৰপিছত যেতিয়া সি কোনোমতে কথা কব পৰা হল, তেতিয়া তাৰ চকুৱে পানী বৰলৈ ধৰিলে। সেই সময়ৰ পৰাই সি স্পষ্টকৈ একো বস্তু নেদেখা হল, কেতিয়াবা একোকেই নেদেখে।

'বেচেৰা।'—মই কলো, 'তোমাৰ ভাগ্য ভাল, ইযাতকৈ বেছি আন একো নহল।'

তাৰ লগত মোৰ এক ৰকম বন্ধুত্বই হল। সি কলে যে তাৰ এখন বাইচাইকেলৰ দোকান আছিল। ধ্বংসস্তূপৰ মাজৰ পৰা সি কেৱল তিনিখন নে চাৰিখন বাইচাইকেলহে মাত্ৰ উদ্ধাৰ কৰিব পাৰিলে। (বোধকৰো সি এইবোৰ কথা সাজি কৈছিল) তাৰ কথাবোৰ শুনি মই কল্পনাতে এটা চিত্ৰ আঁকিলো:

বোমা পৰাৰ ফলত তাৰ গোটেই পৰিয়ালটোৰ লগতে সি নিঠৰুৱা হল। সি থকা ফ্লেটটোৰ তলতে বোধকৰো এখন বাইচাইকেলৰ দোকান আছিল। বোমাত বোধকৰো দোকানৰ মালিকজন মৰিল, দোকানখনো চুৰমাৰ হল। কিছুদিন পিছত খোনা ডেকাজনে বোমাবিধ্বস্ত হোৱা মানুহবোৰৰ সা-সম্পত্তি লুটপাত কৰাত লাগিল। যদি সি সঁচাকৈয়ে মেকানিক বা দোকানী হলহেঁতেন, তেন্তে সি লাইট আৰু ডাইনেম' নোহোৱা ইমান ধুনীয়া বাইচাইকেলখন বেচিবলৈ নানিলেহেঁতেন। বাইচাইকেল মেকানিকবোৰ বৰ চালাক, সিহঁতে সম্পূৰ্ণ সা-সঁজুলিৰে সৈতেহে বাইচাইকেল বেচে। কিয়নো কিবা এটা নথকাৰ সুযোগ লৈ গ্ৰাহকে দাম কমাবলৈ চেষ্টা কৰিব পাৰে। গ্ৰাহকক এনেকুৱা সুযোগ-সুবিধা বাইচাইকেল মেকানিকে কেতিয়াও নিদিয়ে।

মই সেই কাৰণে তাক কলো যে যিহেতু বাইচাইকেলখনত লাইট আৰু

ভাইনেম' নাই, সেইখনৰ দাম পোন্ধৰ হাজাৰতকৈ কম হব। সি কিন্তু পোন্ধৰ হাজাৰতকৈ এক লিবাও কম কৰিবলৈ মান্তি নহ'ল।

মই তেতিয়া আন এটা কৌশল অৱলম্বন কৰিলো। ইটোসিটো কথা কৈ কৈ অৱশেষত ৰাজনীতিৰ কথা উলিয়ালো। কিন্তু মই ইমান-দিনে গম নোপোৱা কথা এটা এতিয়াহে গম পালো।

মই জানিছিলো যে চোৰবিলাকৰ সাধাৰণতে মদ, মাইকী আৰু তেনে জাতীয় বস্তুৰ লগত সদায় সম্পৰ্ক থাকে। তথাপিও মই আশা কৰিছিলো যে চোৰহঁত ধনতন্ত্ৰৰ শত্ৰু নহয় আৰু 'সম্পত্তি চৌৰ্য্য কাৰ্য্য' এই মতৰ উগ্ৰ সমৰ্থক, সিহঁত চোৰ হৈছে কেৱল এক দাৰ্শনিক ভাৱধাৰাৰ কাৰণে নাইবা ভাৰ্লেইনৰ মতে কাব্যিক কাৰণে। কাৰ্য্যতঃ কিন্তু তাৰ ওলোটাহে।

চোৰবিলাকৰ নিচা কেৱল চুৰি কৰাতহে। ৰাজনীতিৰ প্ৰতি সিহঁত ইমানেই উদাসীন যে এই চোৰজন যুদ্ধৰ সময়ত মিত্ৰপক্ষৰ ফলীয়া আছিল নে জাৰ্মান সমৰ্থক আছিল, সেই কথাটোও মই তাৰ মুখৰ পৰা উলিয়াব নোৱাৰিলো। এবাৰ মই ভাবিলো হয়তো সি আছিল এনাৰ্কিষ্ট অৰ্থাৎ নৈৰাজ্যবাদী। কিন্তু সেইটোও নহয। সি এনেকুৱাই এজন মানুহ যাৰ কাৰণে জাৰ্মানি, মিত্ৰপক্ষ, কমিউনিষ্ট ইত্যাদি আহে আৰু যায। তাৰ মনত চিৰসত্য মাত্ৰ এটা ৹ একো কামবন নকৰি কেৱল চুৰি কৰা।

চুৰি কামত লিপ্ত নথকা সময়ত চোৰবোৰে কেনেকৈ সিহঁতৰ আজৰি সময়বোৰ কটায়, তাক জানিবলৈ মোৰ খুব ইচ্ছা জন্মিল। হয়তো আজৰি সময়ত চুৰিবিদ্যাৰ নানাৰকম কৌশল শিকে, পৰস্পৰক প্ৰশিক্ষণ দিয়ে, ঘটি যোৱা লুটপাতবোৰৰ বিষয়ে ভালদৰে মনোযোগ কৰে, নাইবা আমি কবি-শিল্পী-সাহিত্যিক সকলে কৰাৰ দৰে পৰস্পৰে পৰস্পৰক ঈৰ্ষা কৰে।

আমি কেৱল পৰস্পৰে পৰস্পৰক সমালোচনাহে কৰো আৰু পাঠুৱৈ সমাজে তাতেই আমোদৰ উপকৰণ পায়।

যি নহওক, মোৰেই ভাগ্য ভাল, চোৰটোৱে পোন্ধৰ হাজাৰতে বাই-চাইকেলখন বেচিবলৈ সন্মত হ'ল। ইতিমধ্যে তাত আন এজন মানুহ আহি উপস্থিত হ'ল। সিও হয়তো এটা চোৰ বা চুৰি মালৰ দালাল। সি আহি মই কিনিব খোজা বাইচাইকেলখনকে কিনিব খুজিলে।

যেতিয়াই আন কোনো মানুহ আহি বাইচাইকেলখনৰ ওচৰ চাপে, তেতিয়াই সি বেচোঁতাজনক কয় :

'কি ? কি কলা ? ওঠৰ হাজাৰ ? পাগল নেকি ? কালি এখন চুপাৰ বিয়াঙ্কি বিক্রী হৈ গৈছে মাত্র পোন্ধৰ হাজাৰত। আৰু তোমাক এইখন লাগে ওঠৰ হাজাৰ। তোমাৰ এইখনত কুকুৰেও তেৰ হাজাৰ নিদিয়ে।'

তাৰ কথাৰ পৰা এইটোকে বুজিলো যে কুকুৰে ( আৰু সিও ) বাই-চাইকেলখনৰ বাবে তেৰ হাজাৰ দিলেহেঁতেন। মই তাৰ আৰু আন আন মানুহৰ আগ্রহ দেখি বুজিলো যে কম পক্ষেও বাইচাইকেলখনৰ দাম যোল হাজাৰ হব।

বিক্রেতাজনে মোক ইংগিতেৰে একাষলীয়াকৈ মাতি নিলে। পোন্ধৰ হাজাৰ লিৰাতেই সি মোৰ ওচৰতে বাইচাইকেলখন বেচিব। মই তাক সেই বাইচাইকেলখনতে উঠি মোৰ লগে লগে আহিবলৈ কলো। কাৰণ মোৰ থকা ঠাই প্রাটি অঞ্চললৈ মই অকলে দুখন বাইচাইকেল ঠেলি নিয়া সম্ভৱপৰ নহয়। ইয়াৰপৰা প্রাটি যথেষ্ট দূৰত।

ভিয়া অল্লাভিয়াৰ ২৭ নং ঘৰটোৰ সমুখৰ পৰা বাইচাইকেলখন মই নিজেই চমজি ললো। মই প্রকৃততে ৩৭ নং ঘৰটোতহে থাকো। কিন্তু মই তাক মই থকা ঘৰটো দেখুৱাটো নিৰাপদ নহয় বুলি ভাবি দূৰতে বৈ তাক পোন্ধৰ হাজাৰ লিৰা দি বিদায় দিলো। মই বাইচাইকেলখন একেবাৰে সাত মহলাৰ ওপৰলৈ দাঙি নিলো আৰু মোৰ ষ্টুডিঅ'ত তলা মাৰি থৈ দিলো।

হঠাতে মোৰ মনত খেলালে পোৰ্টা পোৰ্টেজিলৈ আকৌ গ'লে কিজানিবা মোৰ আগৰ বাইচাইকেল চোৰজনক লগ পাওঁৱেই।

আকৌ মই পোৰ্টা পোৰ্টেজিলৈ ঘূৰি গ'লো।

তেতিয়া চাৰে দহ বাজিছে।

বাইচাইকেল আৰু মানুহেৰে বজাৰ ভৰ্তি।

কোনোমতে বাট উলিয়াই খোজ ললো।

ক্রেতাসকলৰ মাজত মই দুই-চাৰিজন ভদ্রলোক শ্রেণীৰ মানুহো লগ পালো। ভদ্রলোক ইয়ালৈ খুব কমেই আহে। গতিকে পোনপটীয়া প্রশ্ন কৰাৰ ধৰণৰ পৰাই তেওঁলোক যে ভদ্রলোক, তাক বুজা যায়।

তেওঁলোকৰ এজনে কিঢাৰিছিল ধঁপাত। এজন ফেৰীৱালাই শুকান উৰহী গছৰ পাতৰ দৰে ধঁপাত ফেৰী কৰিছিল। বন্ধন-প্রকৰণৰ কিছুমান কিতাপত উৰহীগছৰ শুকান পাত দেখাত কেনেকৈ ধঁপাতৰ দৰেকৈ তৈয়াৰ কৰিব পাৰি তাক পোৱা যায়।

মানুহজনে সুধিলে, 'এইবোৰ ধঁপাত হয়নে ?'

ফেৰীৱালাজনে এই প্রশ্নৰ পৰাই বুজি পালে যে মানুহজন হয় ভদ্রলোক, নহয় এটা জধামুৰ্খ।

মানুহজনো এনে মুৰ্খ যে তেওঁ ওচৰৰ আন মানুহকো এইবোৰ সঁচাকৈয়ে ধঁপাত হয় নে নহয় সুধিয়লৈ ধৰিলে।

মানুহজনৰ অজ্ঞতাৰ সুযোগ লৈ ফেৰীৱালাজনে কলে, যে আচলতে এইবিধ ধঁপাতৰ দাম এক কিলোত সাতশ লিৰা, তেওঁক বুলিহে পাঁচ-শত দিব খুজিছে। অর্থাৎ এশ গ্রামৰ দাম সত্তৰ লিৰা।

মই আচৰিত হলো, কাৰণ ক'লা বজাৰতো এশ গ্রামতকৈ অলপ বেছি ওজনৰ আমেৰিকান ধঁপাতৰ পোকেটৰ দাম পঞ্চাশ লিৰা। মুৰ্খ লোকে বেচোঁতাই যি দাম খোজে সেই দাম দিয়েই যে বস্তুৰ দাম বৃদ্ধিত সহায় কৰে, এই কথা এতিয়াহে বুজিলো।

এডোখৰ ঠাইত দেখিলো পঞ্চাশজনমান জুৱাৰীক। সিহঁতে সৰু সৰু টেবুলত তাচ পাত সজাই বহি আছে। ইতিমধ্যে মই চাৰিওফালে চকু ফুৰালো, কিন্তু মোৰ হেৰুৱা বাইচাইকেলখন বা চোৰ কোনোতেই মোৰ চকুত নপৰিল।

মোৰ মনত খেলালে কিজানিবা মোৰ বাইচাইকেলখন অংশ অংশকৈ খুলিয়েই পেলাইছে এই কেইদিনত। মই দুঘণ্টামান বাইচাইকেলৰ চকা আৰু পেডেলবোৰ চাই চাই কটালো। কিন্তু সকলো বৃথা শ্রম হল মাত্র।

এঠাইত দেখিলো এটা চোৰে জনসমাগমলৈ আওকাণ কৰি এখন বাইচাইকেলৰ অংশবোৰ খুলিব ধৰিছে, নম্বৰ আৰু কোম্পানীৰ নাম উঠাই দিছে আৰু ৰংবোৰ গুচাই পেলাইছে।

এই সময়তে এখন সৰু মিলিটাৰী লৰিত দুজন পহৰীয়াৰ সৈতে দুজন ব্রিটিছ মিলিটাৰী পুলিচ আহি সেই ঠাইত উপস্থিত হলহি। সিহঁতৰ মুখ চিকুণকৈ খুৰোৱা, মুখত হাঁহি, শৰীৰ বলিষ্ঠ। চাৰিও-

ফালে এক চাঞ্চল্যৰ সৃষ্টি হ'ল। সিহঁত আছিছে নিজৰ কামত। সিহঁতে এযোৰ আমেৰিকান বুট জোতা বেচিবলৈ অনা মানুহ এজনক গ্ৰেপ্তাৰ কৰিলে। বোধহয় সি জোতাযোৰ মিত্ৰশক্তিৰ কোনো সৈনিকৰ-পৰা চুৰি কৰিছিল নাইবা কোনো নিগ্ৰো বা চেনেগালীজে চুৰিমালৰ দালালৰ ঘৈণীয়েক বা জীয়েকক উপহাৰ হিচাপে দিছিল। মিলিটাৰী পুলিচ কেইজনে মানুহজনক ট্ৰাকত উঠালে আৰু হাঁহি হাঁহি লাহে লাহে ট্ৰাক চলাই গুচি গ'ল।

স্টযিক আৰু দাৰ্শনিকসকলৰ দৰে চোৰহঁতেও এই ঘটনাৰ প্ৰতি বিশেষ মনোনিবেশ নকৰিলে। কেৱল এজনে আন এজনক সুধিলে, 'ঘটনাটো কি ?'

'মানুহজনে এযোৰ আমেৰিকান বুটজোতা বেচিবলৈ আনিছিল।'

লৰীখন গুচি যোৱাৰ লগে লগে আলিবাটত আকৌ মানুহৰ জুম হ'ল। সিহঁতৰ কামৰ প্ৰায়শ্চিত্ত স্বৰূপে এদিন হয়তো সিহঁতো জেললৈ যাব লাগিব।

কালি মোক এজন পুলিচে কৈছিল যে এদিনাখন মিত্ৰশক্তিৰ পুলিচে কেইজনমান চোৰক গ্ৰেপ্তাৰ কৰিছিল। কোনো গণ্ডগোল বা উত্তেজনাৰ সৃষ্টি হোৱা নাছিল তেতিয়াও। কেৱল জনতা তৎক্ষণাৎ মনে মনে সেই ঠাইৰপৰা আঁতৰি পলাইছিল। সেইদিনা মই তাত থকাহেঁতেন বেছ স্ফূৰ্তি পালোহেঁতেন। চোৰহঁত দিহাদিহি পলোৱা দৃশ্যটো কল্পনা কৰিবযেই ভাল লাগিছিল।

মিলিটাৰী পুলিচ অহা দেখিয়েই ফেৰীৱালা চোৰহঁতে নিজৰ নিজৰ মাল তৎক্ষণাৎ সামিৰ লৈ যিযে যেনেকৈ পালে বাইচাইকেলত উঠি ফাৰিং চিটিকাদি পলাল, সোমাল গৈ অন্ধকাৰ গলিত নাইবা লুকালেগৈ পথাৰৰ ফালে।

পাঁচ হাজাৰ চোৰক গ্ৰেপ্তাৰ কৰিবলৈ অন্ততঃ বিশ হাজাৰ পুলিচৰ দৰকাৰ হব, মই মনে মনে ভাবিলো। আচ্ছা, যেনিবা গ্ৰেপ্তাৰ কৰিলেই, কিন্তু এই পাঁচহাজাৰ মানুহক আবদ্ধ কৰি ৰাখিবই বা ক'ত ? জেলখানাবোৰ ইতিমধ্যেই ভৰি গৈছে। মোৰ মতে সপ্তাহে সপ্তাহে অকস্মাতে হানা দি কেইজনমানক ধৰি সশ্ৰম কাৰাদণ্ড বিহি দ্বীপবোৰলৈ চালান দিব লাগে। তাত হয়তো সিহঁতে শিক্ষা পাই ভাল হব পাৰে।

তাতোকৈ ভাল হয় যদি সিহঁতক দূৰৰ দ্বীপলৈ আন আন অপৰাধীৰ লগত একেলগে পঠোৱা হয়। কাৰণ তেতিয়াহলে সিহঁতে সিহঁতৰ নিজৰ মাজতে চুৰি-চামাৰি কৰি শেষত চুৰি কৰাটো যে বেয়া সেই কথা উপলব্ধি কৰিবও পাৰেগৈ। তাত সিহঁতক খাদ্য-বস্ত্ৰৰ যোগান দিব নালাগে। তেতিয়া হয়তো সিহঁতৰ প্ৰবৃত্তি হব কাম কৰা।

অৱশ্যে এই কাম কৰাও যে চুৰিতকৈ কিবা বেলেগ হব, সেইটো আশা কৰা নাযায, কাৰণ তেতিয়া সিহঁতে সাগৰৰপৰা মাছ চুৰি কৰিব, গছৰ পৰা ফল-মূল চুৰি কৰিব।

কবলৈ গ'লে আদামেই নো বাৰু কি কৰিছিল? তেওঁৰ সময়ত বিক্ৰেতাও নাছিল, ক্ৰেতাও নাছিল, টকা বা হাজাৰ লিৰাৰ নোটো নাছিল—এই কথাটো খাটাং। ইভৰপৰা বা আন য'তে পাইছিল তাৰে পৰা ফল-মূল গ্ৰহণ কৰিছিল।

তেৱোঁ চুৰি কৰিছিল, যদিও আজিৰ অৰ্থত নহয। তেওঁক চুৰি কৰা দোষত পেলাব নোৱাৰি, কাৰণ আটাইবোৰ বস্তুৱেই তেওঁৰে আছিল।

প্ৰথমে পৃথিবীলৈ অহাজন আছিল সমস্তৰে গৰাকী। সুস্বাদু বগৰী, পকা নাচপতি, বাদাম, ডিমৰু, সুস্বাদু, আঙুৰ ইত্যাদি আটাইবোৰৰে গৰাকী আছিল তেওঁ।

আনহাতে আদামে তেওঁৰ নতুনকৈ লিখা প্ৰৱন্ধটো লৈ বাইচাইকেলত উঠি বাতৰি কাকতৰ অহাসংখ্যাত প্ৰকাশ কৰিবলৈ দিবলৈও যাব নালাগিছিল। এইবিলাক নোহোৱাকৈ আদম চলিছিল ভালদৰেই, অথচ তেওঁ যিহকে দেখা পাইছিল তাকে নিজৰ কৰি লৈছিল। প্ৰথমে তেওঁ ইভক চুৰি কৰি আনে, অৱশেষত তেওঁ ঈশ্বৰে তেৰাই সৃষ্টি কৰা সহজ সৰল প্ৰাণীসমূহক দিবলৈ মনস্থ কৰা সুখকো চুৰি কৰে।

মোৰ বাইচাইকেলখনৰ কোনো শুংসূত্ৰ পোৱা নাছিলো যদিও, মই অলপো নিৰাশ হোৱা নাছিলো। কিন্তু লাহে লাহে মন নিৰাশাই আগুৰি ধৰিবলৈ আৰম্ভ কৰিছিল।

মনোবল অক্ষুন্ন ৰাখিবলৈ মই পোৰ্টো পোৰ্টিজিতেই ইফালসিফালকৈ ঘূৰি ফুৰিবলৈ ধৰিলো। এইদৰে ঘূৰি ফুৰোতে মোৰ চকুত পৰিল ওচৰা-ওচৰিকৈ থকা দুখন বাইচাইকেলৰ সৰু দোকান, দুটা গাঁতৰ দৰে দেখি।

এখনত লিখা আছে ঃ 'বাইচাইকেল মেৰামত কৰা আৰু খোলা হয়।'

ইয়াৰ অৰ্থ হল, চোৰক সহায় কৰা।

দোকানৰ ভিতৰত চাৰি-পাঁচজন সন্দেহজনক চৰিত্ৰৰ ডেকালৰা বাইচাইকেল খোলামেলা কাৰ্য্যত ব্যস্ত। দৰাচলতে সিহঁতে গ্ৰাহকক দেখুৱাবলৈহে কাম কৰি থকা ভাও ধৰি আছিল।

মই ভিতৰলৈ সোমাই যোৱাতো সিহঁত কামতে ব্যস্ত থাকিল, যেন মোক সোমোৱা দেখাই নাই—এনেকুৱা এটা ভাও ধৰি মোৰ কথাৰো উত্তৰ নিদিলে। সিহঁতে বোধকৰো গম পাইছিল যে বাইচাইকেল অপহৃত হোৱা দুৰ্ভগীয়া মানুহবোৰৰে মই এজন আৰু এইদৰে হেৰোৱা বাইচাইকেলৰ সন্ধান লৈ ফুৰাটো এটা নিত্য-নৈমিত্তিক ব্যাপাৰ।

সিহঁতৰ নিচিনাকৈ মযো সিহঁতৰ প্ৰতি বিশেষ কেৰেপ নকৰি সকলোবোৰ বস্তুকে তন্নতন্নকৈ চালো। এজনে নিকেল ৰঙৰ বাইচাইকেল এখনত ৰং দিবলৈ ধৰিছে। আন এজনে ফ্ৰেমৰপৰা কব্জা এটা খুলিবলৈ ধৰিছে, কিন্তু ভালকৈ খুলিবপৰা নাই। সি কব্জাটোৰ ওপৰত হাতুৰী মাৰিলে, তাৰপিছত ৰেতিৰে ঘঁহিবলৈ ধৰিলে। হাতুৰি মাৰি সি পাম্প খোৱা কব্জাটো খুলি পেলাই ৰেতিৰে সেই ঠাইখিনি ঘঁহি একেবাৰে চিন নাইকিয়া কৰি পেলালে। তৃতীয়জনে বাইচাইকেল এখনৰ মাডগাৰ্ড খুলি তাত সম্পূৰ্ণ বেলেগ মাডগাৰ্ড খুৱাইছে। চতুৰ্থজনে এজন

হেণ্ডেল জইত সোঁফি বেঁকা কৰিবলৈ ধৰিছে। হেণ্ডেলডাল পুৰণি আৰু ম'হৰ শিঙৰ দৰে বেঁকা। সি হেণ্ডেলডালৰ দুয়োটা মূৰৰ কিছু কিছু অংশ বাদ দি এডাল নতুন হেণ্ডেলেৰে তাক ৰূপান্তৰিত কৰিলে। চোৰহঁতৰ কাৰ্য্য ইমানতে সীমাবদ্ধ নাথাকে। এইবোৰ মানুহ যে কিমান বুধিযক, যাৰ অভিজ্ঞতা আছে সিযেহে গম পাব পাৰে। সিহঁতে আনকি টায়াৰৰ ভিতৰৰ টিউববোৰৰো চেহেৰা বদলাই পেলায়। টিউবৰ গাত মৰা পুৰণি তাপলিবোৰ খুলি নতুন বিভিন্ন আকাৰৰ তাপলি মাৰি দি আগৰ টিউবটো চিনিব নোৱাৰা কৰি পেলায়। লাইট আৰু ডাইনেম' সোলোকাই বেলেগ কোম্পানীৰ লাইটৰ লগত বেলেগ কোম্পানীৰ ডাইনেম' লগাই দিয়ে। নম্বৰবোৰ উঠাই দিয়ে। নিজে তৈয়াৰ কৰা কব্জা লগায়। টান কাম হৈছে টায়াৰৰ ৰূপ বদলোৱা। তাৰো উপায় আছে। নতুন টায়াৰবোৰ গুদামলৈ চালান দি তাৰ ঠাইত লগাই দিয়ে হয়তো দহবছৰীয়া পুৰণি টায়াৰ। পেডেলৰো ৰূপান্তৰ ঘটায়। গতিকে ৰং, পেডেল, হেণ্ডেল আদি বদলোৱা বাইচাইকেল এখন চিনাক্ত কৰা কিমান কঠিন কাম, সি সহজেই অনুমেয়।

ভিয়া ডেল বটেগেলাত মই আৰু কিছুমান এনেকুৱা ৰূপান্তৰ ঘটোৱা কাৰ্য্য দেখিলো। মই এজন বৰ উগ্ৰ প্ৰকৃতিৰ বাইচাইকেল বিক্ৰেতাক দেখি তাৰ দোকানলৈ সোমাব পাৰিম নেকি সুধিলো। সোমাব খোজা কাৰণটোও কলো। মই তাক কলো যে মোৰ বাইচাইকেল এখন চুৰি হৈছে, তাৰ ওচৰলৈ মই আহিছো মোৰ বাইচাইকেলখনৰ ৰেজিষ্ট্ৰেচন নম্বৰটো দিবলৈ, যাতে চোৰটো ধৰা পৰে। যদি ইতিমধ্যে বাইচাইকেলখন তাৰ হাতত পৰিছে, তেন্তে সি সৎ ব্যৱসায়ীৰ দৰেকৈ সেইখন বেলেগাই ৰাখি থব পাৰে নতুবা অসৎবোৰৰ দৰে তাৰ চেহেৰা বদলাই চিনিব নোৱাৰা কৰি পেলাব পাৰে।

'অহ, সেইটো কথা।' সি কলে, 'আহক, ভিতৰলৈ সোমাই আহক। ইয়ালৈ অহাত আপোনাক কোনে বাধা দিব। কিন্তু আপোনাৰ বাইচাইকেলখন বাহিৰত থৈ আহক। দেখিছেই নহয়, দোকানখন একেবাৰে সৰু। বাইচাইকেলখন ভিতৰলৈ আনিলে অহা-যোৱা কৰা বাটটো বন্ধ হব।'

বাহিৰত চাৰি-পাঁচজন মান সন্দেহজনক চৰিত্ৰৰ ডেকাল'ৰাক এনেয়ে

ঘূৰাঘূৰি কৰি থকা দেখি মই বাইচাইকেলখন বাহিৰত এবাটো ভাল যেন নেদেখিলো। কি কৰো? ওচৰতে থকা চাহ দোকানী এজনক সি বাইচাইকেলখন দহমিনিটমান তাৰ ওচৰত ৰাখিব পাৰিব নেকি সুধিলো। সি 'নোৱাৰো' বুলি কোৱাত কাপোৰত ৰং দিয়া ব্যৱসায় কৰা এজনী চুটি-মুটি বুঢ়ীক দেখি তাইৰ জিম্মাতে বাইচাইকেলখন গটালো। সাধাৰণতে তিৰোতাসকল পুৰুষতকৈ বেছি সৎ প্ৰকৃতিৰ। অথবা ওলোটাই কলে কম অসৎ প্ৰকৃতিৰ। বাইচাইকেলখন এৰি মই আগৰ দোকানখনলৈ উভতি অহাৰ লগে লগে দোকানীজনে তৰ্জন-গৰ্জন কৰি কলে, 'আপুনি ভাবে নেকি যে চোৰবোৰৰ সৈতে মোৰ যোগাযোগ আছে? চোৰ যদি কোনোবা আছে, তেন্তে সেইজন আপুনিয়েই। মই আপোনাক চিনি নাপাওঁ। আপোনাৰ পৰিচয়-পত্ৰ ক'ত? দেখুৱাওক মোক আপোনাৰ কাৰ্ড।'

মই খুব ভদ্ৰতাসহকাৰে তাক মোৰ পৰিচয-পত্ৰ আৰু কাৰ্ড দেখুৱালো। তথাপি সি শান্ত নহৈ তৰ্জন-গৰ্জন কৰিযেই থাকিল। তেনে সময়তে মই এজন পুলিচক দেখা পালো আৰু তাৰ সহায় লওঁ বুলি দুৰ্ভাগ্যক্ৰমে ভাবিলো। পুলিচটোৱে একো কৰিব নোৱাৰে বুলি কলে। কাৰণ সি 'ডিউটি'ত নাই, হঠাৎহে সেইখিনি পাইছেহি, এতিযা তাৰ আজৰি সময়। আচল কথা হৈছে—সি মোক সহায় কৰিবলৈ অনিচ্ছুক। তাৰ অৰ্থ হল এয়ে যে মোৰ বাইচাইকেলখন উদ্ধাৰকাৰ্য্যত মই সফল নহম। ক'লা বুটজোতা, ক'লা ৰেচমৰ চোলা, বাউসীত ৰঙচুৱা পৰিচয-সূচক চিহ্নেৰে সজ্জিত, সৎ নাগৰিকৰ ৰাজহৰ ধনেৰে প্ৰতিপালিত পুলিচ-বাহিনী হৈছে ৰাষ্ট্ৰৰ বগাহাতী। সিহঁতৰ কৰ্তব্যৰ বাহিৰে আন সকলো কামতে সিহঁতৰ উৎসাহ অসীম।

সিহঁতকেই নো কি দোষ দিম? দেশৰ এনে দুৰ্দিনত এজন পুলিচৰ প্ৰধান চিন্তাৰ বিষয় হৈছে কোনোমতে ভাতমুঠিৰ যোগাৰ কৰা। সিহঁতক কোৱা হৈছে দেশত আইন-শৃংখলা ৰক্ষা কৰিবলৈ, অপৰাধমূলক কাৰ্য্যক বাধা দিবলৈ, কিন্তু চৰকাৰে সিহঁতৰ খোৱা-পিন্ধাৰ বাবে যিখিনি আৱশ্যক, সেইখিনি যোগাবলৈ কোনোদিনে চিন্তা কৰা নাই। ই এটা মৰ্মান্তিক সত্য।

ইতিমধ্যে দোকানীজনে মই তাক সজ্ঞানে সুস্থ শৰীৰে অপমান

কৰিছো বুলি অভিযোগ কৰি মোক গৰম কথা শুনাবলৈ আৰম্ভ কৰিছিল। প্ৰথমতে মই তাক শান্ত হবলৈ কলো, বুজাই দিলো। ইমানতো সি ঠাণ্ডা নোহোৱাত মোৰ খং উঠি আহিল। অৱশ্যে তাৰ নিচিনাকৈ মই অশ্লীল ভাষা ব্যৱহাৰ কৰিব নোৱাৰিলো।

'তুমি খং কৰিছা কেলেই? মইতো তোমাৰ একো অন্যায় কৰা নাই। মোৰ বস্তুহে চুৰি কৰিছে, তোমাৰতো কৰা নাই! তোমাৰ দৰে ভাল মানুহ এজনে মোক যথেষ্ট সহায় কৰিব পাৰে। তুমি মোক সহায় কৰা উচিত।'

মোৰ এই কথাত তাৰ আৰু বেছি খঙহে উঠিল।

'তাৰমানে আপুনি কব খুজিছে যে মই অসৎ। আচ্ছা, দেখা যাব।'

তাৰপিছত তাৰ মুখৰ পৰা আকৌ গালি-শপনি ওলাল।

'হৈছে হৈছে, ঠাণ্ডা হোৱা এতিয়া।'

তাৰ গণ্ডগোল বন্ধ কৰিবলৈ অৱশেষত মই বাটেদি যোৱা মানুহৰ সহায় লবলগীয়া হল। অৱশ্যে সি বোধকৰো মোক মাৰধৰ নকৰিলেহেঁতেন। কিন্তু সেই পৰিস্থিতিত মই মাৰ খোৱা একো আচৰিত নাছিল। তাৰোপৰি ময়েই কিজানি তাক প্ৰথমে ঘোচা এটা সোধালোহেঁতেন। সেইটো বেয়া কথা হলহেঁতেন।

কিছুমান মানুহ আছে যি সকলে কোনো কথাতে আন মানুহে হস্তক্ষেপ কৰাটো সহ্য কৰিব নোৱাৰে। এই মানুহজনো সেই বিধৰে। বোমানসকলে সদায় নিজকে সাধু হিচাপে দেখুৱাবলৈ বিচাৰে, বিশেষকৈ যেতিয়া সিহঁতে বুজি পায় যে সিহঁতে নিজেই ভুল কাম কৰিছে। সিহঁত ডকাইত, গুণ্ডা। কিন্তু সিহঁতৰ স্বভাৱ নেপলচৰ গুণ্ডাবোৰৰ দৰে নহয়। নেপলচৰ গুণ্ডাহঁত আচল গুণ্ডা। বোমান গুণ্ডাহত কোনো কামৰ নহয়, সিহঁত লেহুকা, ঠগবাজ, হাঁহিয়াতৰ পাত্ৰ, টাইবাৰ নৈৰ বুকুত উঠা ধুমুহাৰ দৰে সিহঁতে কেৱল লম্ফ-জম্ফহে কৰিব পাৰে।

মই বুঢ়ীজনীৰ জিম্মাৰ পৰা বাইচাইকেলখন লৈ পোৰ্টা পোৰ্টেজিলৈ উভতি গলো। তেতিয়া ভৰ দুপৰ। মই উদ্দেশ্যবিহীন ভাৱে ইফালে-সিফালে ঘুৰি ফুৰিবলৈ ধৰিলো। প্ৰায় পাঁচশ অপহৃত বাইচাইকেলৰ ভিতৰত দুই-চাৰিখন মোৰ হেৰোৱাখনৰ দৰে এলুমিনিয়ামৰো আছিল। মই যিমানে পাৰো, সিমান ভাল কৰি পৰ্য্যবেক্ষণ কৰিলো। কিন্তু

মোৰখন চকুত নপৰিল। মোৰ মনত পৰিল প্ৰায় মোৰ চকুৰ আগতে মোৰ বাইচাইকেলখন চুৰি হোৱা সময়লৈ। সেই সময়ত ভিয়া ডেই বলাৰীত কি কি ধৰণৰ মানুহক দেখা গৈছিল, তাক মনত পেলাবলৈ চেষ্টা কৰিলো।

কি কি ধৰণৰ মানুহ আছিল বাৰু? গাৰোৱান আৰু কুলী। ইটালীত সন্ত্ৰীয়া নেতাগিৰিৰ ৰাজত্ব যোৱাৰ পিছত আকৌ নতুন সন্ত্ৰীয়া নেতাগিৰিৰ ৰাজত্ব আহিছে। এই নেতাবোৰৰ পৰা লাই পাই কুলীবোৰ বেছ ধনী হৈ উঠিছে। ৰেল ষ্টেচনৰ পৰা আলিবাটলৈ এটা সৰু চুটকেচ নিয়াৰ কাৰণে পঁচিশ লিৰা দিলে সিহঁতৰ আপত্তি। তাকো আকৌ হাতেৰে কাঢ়িয়াই নিনিয়ে, বহুত যাত্ৰীৰ মাল একেখন ঠেলাগাড়ীত দমাই দি আলিবাটলৈ নিযে।

বোধহয় মোৰ বাইচাইকেলখনৰ ফ্ৰেমটোৰহে পোৰ্টা পোৰ্টেজি বা পিযাজ্জা ডেল মন্টৰ বজাৰ পাইছিলগৈ। বাকী চকাদুটা বোধকৰো টাৰ্মিনি ৰেল ষ্টেচনৰ কোনো এক বুঢ়া লেমনেড বেপাৰীৰ ঠেলা-গাড়ীত শোভা পাইছেগৈ। সেই ধুনীয়া চকা দুটা।

ধুনীয়া ঘোঁৰাই টনা কেইখনমান গাড়ী ভিযা ডেই বলাৰীৰ ওচৰৰ পিযেজাটা ডেল টিট্ৰো ডি পপেত থিয় হৈ আছিল ৰাতিপুৱাৰ পৰা গধুলিলৈ। সম্ভৱতঃ বদগলিঅ'ৰ পলায়নৰ সময়ত টৰ ডি কুইণ্টোৰ ঘোঁৰাশালৰ পৰা নাইবা গোলন্দাজ বাহিনীৰ শিবিৰৰ পৰা সেই ঘোঁৰাবোৰ চুৰি কৰা হৈছিল। প্ৰত্যেকখন ঘোঁৰাগাড়ীতে তিনি-চাৰিজনকৈ ডেকাল ৰাই চিগাৰেট হুপি আনন্দমনে বহি আছিল। তাৰে এজনক মোৰ বাইচাইকেলখন চুৰি কৰা চোৰটো যেন দেখা যায়। তাৰ মুখখন মোৰ বেছ মনত আছে। 'ৰব, বাইচাইকেলখনত তলা মাৰি আহোঁ'—মই এইবুলি সেই জোতাৰ বং কো দোকানীজনক কোৱা কথা মনত পৰিল। মই তলা মাৰিবলৈ আগবাঢ়োতেই চকুৰ পচাৰতে চোৰ-টোৱে বাইচাইকেলত জাপ মাৰি উঠি পলায়ন কৰিছিল। এই কাৰ্য্যত তাক সহায় কৰিছিল তাৰ পিছে পিছে তাক খেদাৰ ভাও ধৰি বাইচাই-কেলত যোৱা তাৰ তিনি-চাৰিজন মান লগৰীয়াই। আন দুজনে মোৰ বাট ভেটি ধৰি মোক হুলস্থুল কৰিবলৈ হাক দিছিল, কাৰণ সিহঁতে ভৈছিল যে পিছে পিছে খেদি যোৱা মানুহকেইজনে চোৰটোক নিশ্চয়

ধৰিব। চোৰটো, নিশ্চয় ইহঁত কেইটাৰ বন্ধু বা কোনোবা কুলী এজনৰ ল'ৰা।

বাপেকৰ যেনেকৈ পুতেকৰ লগত সাদৃশ্য থাকে, তেনেকৈ সেই দীঘলীয়া নাকেৰে সৈতে কটাযা মানুহজনবো মোৰ বাইচাইকেল চুৰি কৰা চোৰটোৰ লগত সাদৃশ্য আছে। 'সিয়েই চোৰটোৰ বাপেক'— এইবুলি মই মনতে ভাবিলো। মই যেতিয়া চোৰটোৰ পিছে পিছে দৌৰিবলৈ আৰম্ভ কৰিছিলো, তেতিয়া এই মানুহজনেই মোক চোৰনো ধৰা পৰিল নেকি বুলি সুধিছিল। চোৰটো কোনফালে গ'ল সেই কথাও সি মোক সুধিছিল।

মানুহৰ চকুত একপ্ৰকাৰৰ ভাষা আছে। এই ভাষা পঢ়িব জানিলে বহুতো কথা জানিব পাৰি। মযো মোৰ অভিজ্ঞতাৰ পৰা সেই মানুহজনৰ চকুত ফুটি উঠা ভাষাৰ পৰা গম পালো যে তাৰ পুত্ৰজনেই মোৰ বাইচাইকেলখন চুৰি কৰিছে। সি যেন একোকে হোৱা নাই, এনেকুৱা এটা ভাৱ দেখুৱাবলৈ চেষ্টা কৰিছিল যদিও, সম্পূৰ্ণকৈ সেই ভাৱ ফুটাই তুলিব পৰা নাছিল। দোষী মানুহৰ নিচিনাকৈ সি তলমূৰ কৰি আছিল। তাৰ গাড়ীখনৰ গাত ভেজা দি সি থিয় হৈ আছিল। মুঠতে সি এনেকুৱা ভংগীত থিয় হৈ আছিল যাতে সি সম্পূৰ্ণ প্ৰকৃতিস্থ অৱস্থাত আছে বুলি মানুহৰ ধাৰণা হয়।

পোৰ্টা পোৰ্টেজিৰ দলংখনত থিয় হৈ মানুহৰ অহা-যোৱাৰ আলেখ-লেখ চাই থাকোতে ওপৰোক্ত কথাবোৰ মোৰ মনলৈ আহিছিল। তেতিয়া ডেৰ বাজিছে। মোৰ ভোক লাগিছে। তথাপি মই আৰু আধাঘন্টা সময় থিয় হৈ থাকিলো মানুহ আৰু বাইচাইকেলবোৰ পৰ্য্যবেক্ষণ কৰি। কিন্তু মোৰ বাইচাইকেলখনৰ কোনো শুংসূত্ৰ নাপালো।

গতিকে মই অন্য এটা পন্থা অৱলম্বন কৰিবলৈ স্থিৰ কৰিলো। কিন্তু পুলিচৰ সাহায্য নাপালে সেই পন্থাটো কাৰ্য্যকৰী কৰা সম্ভৱ নহয়। ভিয়া ডেই বলাৰীৰ কুলীবোৰক পুলিচ থানালৈ মাতি নি এজন এজনকৈ জেৰা কৰিব লাগিব। জেৰা কৰোতে এজনক কব লাগিব যে চোৰ কোন সেইকথা ইতিমধ্যে জনা গৈছে, আন এজনক ভয় খুৱাব লাগিব। সত্য কথা উলিয়াবলৈ কেতিয়াবা ভীতি প্ৰদৰ্শন কৰাটো আৱশ্যক হয়। ই বেআইনী নহয়, সন্দেহবশতঃ গ্ৰেপ্তাৰ কৰি

অন্য লোকক মাৰপিট কৰাটোহে আইন বিৰুদ্ধ। আচল কথা হ'ল কৰ্ম-পদ্ধতি। যিবোৰে মিছা সাক্ষী দিয়ে আৰু যিবোৰে চোৰৰ সৈতে মিতিৰালী থকা বাবে একো নজনাৰ ভাও ধৰে, সিহঁতৰ জবানবন্দীৰ মাজত খেলিমেলি লগাই দিয়া। জেৰাৰ দ্বাৰা ই সম্ভৱ।

কুলীবোৰৰ কথানো কি ক'ম। সিহঁত হ'ল দুৰ্ঘোৰ কলহপ্ৰিয় লোক। সিহঁতৰ মাজত একতাৰ বন্ধনো খুব দৃঢ়। কিন্তু প্ৰশ্ন কৰাৰ বিশেষ ভংগী আৰু হঠাৎ কৰা প্ৰশ্ন আৰু উত্তৰেৰে সিহঁতক শলঠেকত পেলাব পাৰি। মই যদি পুলিচ হলোহেঁতেন। একেটা ঘটনাৰ সন্দৰ্ভত চাৰিজন সাক্ষীয়ে দিয়া জবানবন্দীত সামান্য এটা প্ৰভেদেও সত্য উদঘাটন কৰাত যথেষ্ট সহায় কৰে। কিন্তু মই সেই কুলীজনক মোৰ বাইচাইকেল চুৰি কৰা ডেকা চোৰটোৰ বাপেক বুলি জানিম কেনেকৈ ? যদি সি সঁচাকৈয়ে তাৰ বাপেক হয়, তেন্তে তাক মাতি আনি তাৰ ল'ৰা-ছোৱালী কেইটা সেই কথা সুধিব লাগিব। তেতিয়া সি তাৰ সেই কুৰি বছৰ বয়সীয়া ল'ৰাটোৰ (যাক মই মোৰ বাইচাইকেলখন চুৰি কৰা দেখিছিলো) কথা কযনে নকয়, সেইটো ওলাই পৰিব। যদি কয়, তেন্তে পুতেকক চমন জাৰি কৰি মাতি আনিবলৈ অতি সহজ হৈ পৰিব। তাৰোপৰি চোৰটোৰ চুলিবোৰ চুটি চুটিকৈ অসমানকৈ কটা আছিল। ইয়াৰ পৰা বুজা যায় যে হয়তো সি জেলৰ পৰা ওলোৱা বেছি দিন হোৱা নাই (কাৰণ জেলত কয়েদীবোৰৰ চুলি গাধৰ ফান কটা কেঁচিৰে কাটি দিয়া হয়) নতুবা সি কোনো অৰ্বাচীন নাপিতৰ হতুৱাই তাৰ চুলি কটাইছে। বৰ্তমান সময়ত এবাৰ চুলি কটাৰ দাম চাৰিটা মুৰ্গীৰ বা চাৰি কিলো গৰুৰ মাংসৰ দামৰ সমান হৈছেগৈ। মানুহৰ মুখখন দেখি তাৰ চৰিত্ৰ নিৰ্ণয় কৰা বিদ্যাত মই বিশ্বাসী নহয়। কিন্তু চোৰটোৱে যেতিয়া মোৰ বাইচাইকেলখনৰ হেণ্ডেলৰ ফালে তাৰ হাতখন আগ-বঢ়াইছিল, তেতিয়া তাৰ মুখখন দেখি মই কিয় 'সৌ মুখখন সন্দেহ-জনক' বুলি হঠাতে চিঞৰি উঠিছিলো ?

মুখখন আছিল প্ৰকৃত চোৰৰ মুখ—তেলচকচকীয়া চেপেটা নাকেৰে বহল মুখ, চকু কেইটা সাপৰ দৰে তীক্ষ্ণ।

মোৰ অনুসন্ধান কাৰ্য্য সম্বন্ধে দ্বিতীয় দিনা চিন্তা কৰোতে মোৰ মনত পৰিল যে মই এটা আমোদজনক কথাকে উল্লেখ কৰিবলৈ পাহৰি গৈছো। সেইটো হল এয়েঃ পোৰ্টো পোৰ্টেজিৰ গুণ্ডা, বদমাচ, চোৰ-হুঁতৰ মাজত এজন স্কুলৰ শিক্ষকো আছে। সি বোধকৰো বৰ্তমানে তাৰ চাকৰিৰ পৰা খেদা খাইছে। তাৰ মুখখন নিৰীহ মানুহৰ দৰে, ভাবলেশহীন। এনেকুৱা মুখৰ মানুহে সাধাৰণতে অনাহকতে আনৰ অপ্ৰিয়ভাজন হৈ কষ্ট পাবলগীয়া হয়। সি কলমৰ নিব, ফাউন্টেনপেন, ৰবৰ, নোটবহী, ষ্টেচনাৰী সাজসৰঞ্জাম ইত্যাদি বেচে। এই বস্তুবোৰ সি আগতে কাম কৰা স্কুলৰ পৰা চুৰি কৰা। আলিবাটৰ চাৰিআলিৰ এটা চুকত সি তাৰ পোহাৰ মেলে। ফেচিষ্ট ৰাজত্বৰ সময়ত সি আছিল শাসনযন্ত্ৰৰ আটাইতকৈ তলখাপৰ এজন কৰ্মচাৰী। মাহুনজন কুৎসা ৰটনাত ওস্তাদ আৰু বহুৰুপী হিচাপে বিখ্যাত।

সি আছিল ফেচিষ্টদলৰ হৈ বক্তৃতা লিখি দিয়া কামত নিযুক্ত লোক-বোৰৰ এজন। সেই সময়ত বহুতেই ফেচিষ্ট সকলৰ নিৰ্দেশ মতে বক্তৃতা লিখি দিছিল। সি নো কি বক্তৃতা লিখি দিছিল, ঈশ্বৰে জানে। কিন্তু ফেচিষ্ট ৰাজত্বৰ পতনৰ পিছত এতিয়ালৈ সি নতুন চৰকাৰৰ ক্ৰোধাগ্নিত কিবা উপায়েৰে নপৰাকৈ আছে। যিয়ে লিখে, সি দুৰ্ভগীয়া , কাৰণ কোৱা কথা নাইকিয়া হৈ যায়, কিন্তু লিখা কথা ৰৈ যায়। যি কোনো সময়ৰ যি কোনো পন্থাৰ ভণ্ড ৰাজনৈতিক নেতাসকলক এই-খিনিতে মই এটা সতৰ্কবাণী শুনাব খোজো : তোমালোকে যিমান ইচ্ছা সিমান কথা কোৱা, বক্তৃতা দিয়া, মানুহক ভয় খুৱাবলৈ যিমানে পাৰা সিমানে চিঞৰা, কিন্তু তাৰ কোনো লিখিত চিহ্ন এৰি নাযাবা। ওপৰোক্ত প্ৰাক্তন অদ্ৰ ফেচিষ্টজনৰ বিৰুদ্ধেও আজি তাৰ কোনো প্ৰতিহিংসাপৰায়ণ শত্ৰুই কৰ্তৃপক্ষৰ ওচৰত কিবা লগাই দিব পাৰে। আজি সি পোৰ্টো পোৰ্টেজিত

আন দহজন চোৰ আৰু অপৰাধীৰ দৰেই পৰিয়ালক ভৰণ-পোষণ দিবৰ কাৰণে মাটিতে কম্বল পাৰি লৈ চুৰি কৰা বস্তু কোনো কামত প্ৰবৃত্ত হৈছে।

তৃতীয় দিনা মই দোকমোকালিতে শোৱাৰ পৰা উঠিলো। মই আগ-দিনাখনেই এটা নতুন পদ্ধতিৰে অনুসন্ধান চলাম বুলি স্থিৰ কৰিছিলো। মই শুনিছিলো যে গাৰোৱানবোৰ ৰাতিপুৱা ছয়বজাৰ সময়ত ভিয়া ডেই বলাৰীলৈ আহে। সেয়ে মই ছয়বজাৰ আগতে সেইখিনি পাবগৈ লাগিব বাবেই লৰালৰি কৰিছিলো। মোৰ পৰিকল্পনা আছিল এয়ে : মোৰ বাইচাইকেলখন চুৰি হোৱাৰ সময়ত তাত উপস্থিত থকা আৰু 'চোৰটোক ধৰা, চোৰটোক ধৰা' বুলি মোৰ চিঞৰৰ শুনা গাৰোৱান-বোৰে নিশ্চয় চোৰটো পলাই যাবৰ সময়ত তাক দেখা পাইছিল। চোৰ-টোৰ লগৰীয়াবোৰোকো—যিবোৰে চোৰটোক খেদি যোৱা ভাও ধৰিছিল—সিহঁতে নিশ্চয় দেখিছিল। যদি চোৰটো সেই অঞ্চলৰ বাসিন্দা হয়, তেন্তে গাৰোৱানবোৰে মোক সহজেই কিছুমান লাগতিযাল বাতৰি দিব পাৰিব।

আনহাতে মোৰ সন্দেহ হৈছিল যে চোৰটো নিজে গাৰোৱান নহলেও হয়তো গাৰোৱানহঁতৰ যোগালি হব। যোৱাকালি এজন মদৰ দোকানীয়ে মোক গাৰোৱানহঁতৰ সাধুতা সম্বন্ধে কথা কি হুঁহুৱাইছিল আৰু কৈছিল যে সিহঁতৰ প্ৰায় আটাইবোৰেই জুৱাচোৰ। সিহঁতৰ সৰহভাগেই যে ভিযা ডেলা স্কালা, ভিযা ডেল মটানাৰ্ট' আৰু ভিকল' ডেল পিযেদ অঞ্চলৰ মধ্যৱৰ্তী ঠাইত থাকে, সেই কথাও তেৱেঁই মোক কৈছিল।

ৰাতিপুৱা ঠিক ছয় বজাত মই ভিয়া ডেই বলাৰীত উপস্থিত হলো, কিন্তু গাৰোৱানহঁত তেতিয়ালৈ আহি পোৱা নাই। মই বাই-চাইকেলেৰে ভিয়া ডেলা স্কালাত এপাক মাৰি আহিবলৈ স্থিৰ কৰিলো। ভিয়া ডেলা স্কালা টাইবাৰৰ সিটো পাৰে পন্ট চিস্টোৰ ওচৰত অৱস্থিত। ইযাৰ ওচৰতে শিল্পী ৰাফেলৰ বান্ধৱী ফৰ্নাৰিনা বাস কৰিছিল। ইয়াৰ-পৰা বুজা যায় যে সেই সময়ত ৰাফেলৰ বয়স কম আছিল আৰু সেয়ে তেওঁ বেশ্যা আৰু গুণ্ডা অধ্যুষিত অঞ্চলৰ পৰা তেতিয়ালৈ নাৰী সংগ্ৰহ কৰিবলৈ সক্ষম হোৱা নাছিল। আজিকালি এই অলিগলিবোৰত চোৰাং বজাৰৰ কাৰবাৰ পূৰ্ণোদ্যমে চলিছে। ইয়াত কুইণ্টলৰ ওজনত মুকলিকৈ আলু বিক্ৰী হব ধৰিছে। দেখাত জৰাজীৰ্ণ দোকানবোৰৰ সমুখত মই তিৰোতাৰ জুম দেখিবলৈ পালো। ভিয়া ডেলা স্কালা আৰু ভিয়া

বেনেডেটা সাধু-সন্তৰ অঞ্চল নহয়, অভিশপ্ত লোকৰ বাসস্থান বুলিহে কব পাৰি। মই লাহে লাহে আহি ভিয়া ডেল মটানাৰ্ট' পালোঁহি।

এই ৰাস্তাটো কিছু নিৰ্জন, কিন্তু কদৰ্য্য। গাৰোৱানবোৰৰ জুপুৰী আৰু ঘোঁৰাৰ আস্তাবলেৰে পৰিপূৰ্ণ। ঘাঁহ, ঘোঁৰাৰ গোবৰ আৰু প্ৰস্ৰাবৰ গন্ধ বতাহত ভাহি আছে। তাৰে এটা গলিৰ মূৰত পাঁচজন ডেকাল'ৰাই গুন্ডাৰ ভংগীত থিয় হৈ হাঁহিখিকিন্দালি কৰি আছিল। সিহঁতৰ কথা-বতৰা অশ্লীল ঠাট্টামস্কৰাৰে ভৰা। কথা কৈ থকাৰ সময়ত ওচৰে-পাঁজৰে থকা তিৰোতা আৰু ল'ৰা-ছোৱালীবোৰলৈ সিহঁত ভ্ৰূক্ষেপকে কৰা নাছিল। সিহঁত মোক তৎক্ষণাৎ চিনি পালে আৰু মোৰ প্ৰতি বিদ্ৰূপ-বাণ নিক্ষেপ কৰিবলৈ ধৰিলে।

সিহঁতৰ ভিতৰত এজন—যিজনক বেছি উদ্দণ্ড যেন দেখা গৈছিল—আগবাঢ়ি আহি কলে, 'হেৰি ডাঙৰীয়া, ইমান ৰাতিপুৱাই আপুনি কলৈনো যায় ?'

সিহঁতে সহ্য কৰিব নোৱাৰা বা সিহঁতৰ কাৰ্যত প্ৰতিবন্ধক বুলি ভবা বা সিহঁততকৈ উচ্চখাপৰ বুলি বিবেচনা কৰা লোকক সিহঁতে বিদ্ৰূপৰ চলত—'ডাঙৰীয়া' বুলি সম্বোধন কৰে।

মই সিহঁতক কলো যে ভিয়া ডেই বলাৰীৰ পৰা দুদিন আগতে চুৰি হোৱা মোৰ বাইচাইকেলখনৰ অনুসন্ধানত মই আহিছো।

সিহঁতৰ এজনে ঠাট্টা কৰি কলে, 'দুদিনৰ পিছতো আপুনি বিচাৰিয়েই আছে ? এতিয়ালৈ বিচাৰি পোৱাই নাই নেকি ?'

আন কেইজন জাঙুৰ খাই উঠিল ° 'সকলো মানুহেই ইয়ালৈ কেৱল চুৰি হোৱা বস্তু বিচাৰি আহে। আপনি আমাক কি বুলি ভাবে ? আমাক চোৰ বুলি ভাবে নেকি ?'

'কেলেই না তেনেকৈ ভাবিমহে।' মই কলো, 'তেনেকৈ মই সপোনতো ভাবিব নোৱাৰো। কিন্তু ধৰি লোৱা, তুমি এজন দুখীয়া কৰ্মচাৰী, তুমি যি দৰমহা পোৱা তাৰে তোমাৰ দুসপ্তাহো খাবলৈ নোজোৰে, তুমি শাক-পাত খাই জীয়াই থাকিব লাগে, তেনেস্থলত তুমি কি কৰিলাহেঁতেন ? যদি তোমাৰ পোন্ধৰ হাজাৰ লিৰা দামী বস্তু এটা হেৰালাহেঁতেন, তুমি কি কৰিলাহেঁতেন ?'

সিংহতৰ এজনে চিঞৰি উঠিল, 'কথা বন্ধ কৰক, ভাওৰীয়া কথা বন্ধ কৰক।'

এনে সময়তে সেই ঠাইত সিংহতৰ দলৰ আন এজন সভ্যৰ আবির্ভাব হ'ল। সি জোঙা মূৰৰ বহল ধৰণৰ এটা ব্ৰেজিলিয়ান টুপী পিন্ধিছিল। আন কেইজনতকৈ তাক কম বয়সীয়া যেন লাগে, কিন্তু সিয়েই এই দলটোৰ নেতা। সি বোধকৰো আগতে ফেচিষ্ট স্কোৱাড্ৰন এটাৰ দলপতি আছিল। এনেকুৱা এজন ফেচিষ্ট দলপতিয়ে এবাৰ মোক কৈছিল: 'ট্ৰাষ্টেভাৰৰ মহিমা অপাৰ আৰু ট্ৰাষ্টেভাৰেই হ'ল প্ৰকৃত ৰোম।' মূঠৰ ওপৰত ট্ৰাষ্টেভাৰৰ গুৰুত্ব অনুভৱ কৰিব নোৱাৰা মানুহবোৰ হ'ল গাধ।

দলটোৰ ওপৰোক্ত নেতাজনৰ গাত প্ৰাচীন ৰোম আৰু সদ্য বিতাড়িত ফেচিবাদৰ বদগুণ পুৰা মাত্ৰাই আছিল। যদি ফেচিবাদৰ পতন নহ'লহেঁতেন, তেন্তে আজি সি তাৰ এজন প্ৰধান পাণ্ডা হ'লহেঁতেন।

ডেকাল'ৰা কেইজনে মই ট্ৰাষ্টেভাৰৰ নামত কলঙ্ক আৰোপ কৰিবলৈ চেষ্টা কৰিছো বুলি মোক দোষাৰোপ কৰিবলৈ ধৰিলে। 'ট্ৰাষ্টেভাৰৰ সৎ লোকসকলক' মই মিছাতে চোৰ আখ্যা দিয়া বুলি সিহঁত উত্তেজিত হৈ উঠিল। 'ট্ৰাষ্টেভাৰৰ মহৎ লোকসকল' মৰিয়াচ আৰু চুলাৰ দিনৰে পৰা সন্তীয়া নেতাগিৰিৰ অনুৰাগী আৰু অনুগামী। এই কথাত হয়তো মোৰ এই কাহিনীৰ পাঠকসকলৰ কোনো কোনোৱে তীব্ৰ সমালোচনা কৰিব, মোৰ কথাৰ তীব্ৰ প্ৰতিবাদ কৰিব। তাত মোৰ মুঠেই আপত্তি নাই। ট্ৰাষ্টেভাৰৰ প্ৰকৃত সৎ লোকসকলে মোক নিশ্চয় এজন কুৎসা ৰটনাকাৰী বুলি নাভাবে, বৰং মোক সৎ আৰু অসতৰ মাজত পাৰ্থক্য ৰাখিব পৰা এজন স্পষ্টভাষী লোক বুলিহে গণ্য কৰিব। ইতিমধ্যে ডেকাল'ৰা কেইজন বেছি উত্তেজিত হৈ মোক ভীতি প্ৰদৰ্শন কৰিবলৈ আৰম্ভ কৰিছিল।

সাধাৰণতে সিংহঁতে যাক আক্ৰমণ কৰে, সেই মানুহজনৰ চোলাৰ কলাৰত ধৰি প্ৰথমে ভালদৰে জোকাৰে। যদি মানুহজনে সিংহঁতৰ সমুখত দৃঢ়ভাৱে সাহসেৰে থিয় হয় আৰু থং নকৰে, তেন্তে সিংহঁতে তেওঁক ভীতি প্ৰদৰ্শন কৰিবলৈ ধৰে। যদি মানুহজনে এই ভীতি

প্ৰদৰ্শনত ভয় খায়, তেন্তে তেওঁৰ ফালে আধ্যা। কাৰণ সিহঁত হ্ল গ্ুন্ডা, সিহঁতে তেওঁক গলিৰ ভিতৰলৈ টানি নি মাৰধৰ কৰিব পাৰে আনকি হত্যা পৰ্য্যন্ত কৰিব পাৰে।

মই ট্ৰাম্পেটভাৰৰ গ্ুণ গাবলৈ আৰম্ভ কৰিলো আৰু সিহঁতক কলো যে মই এজন চিত্ৰকৰ। মোৰ কথাই সিহঁতৰ মনত বিশেষ প্ৰতিক্ৰিয়া সৃষ্টি নকৰিলেও অন্ততঃ সিহঁতক কিছু প্ৰশমিত কৰিলে। ইতিমধ্যে ডাইনীৰ দৰে এজনী চুটিমুটি বুঢ়ী আহি তাত উপস্থিত হ্ল। তাইৰ মুখখন সোতোৰা-সোতাৰ, হালধীয়া জালুক বা শেঁতাপৰা খেকেৰা টেঙাৰ ৰঙৰ। বয়সৰ ভাৰত তাই আলৰ, যেন সিপুৰীলৈ যাবলৈ তাই সাজু হৈ আছে, কিন্তু তাইৰ চকুহাল ধুতালিৰে ভৰা, কাৰণ বয়সৰ তুলনাত তাইক অধিক তজবজীয়া যেন দেখা গৈছিল। যাদু-কৰীৰ দৰে তাই ইফালে-সিফালে পিৰিক-পাৰাক কৰি দৃষ্টিপাত কৰিছিল। মোক তাত দেখা পাই তাই বোধকৰো আচৰিত হৈছিল। বুঢ়ীয়ে আমাৰ কথা বতৰাত যোগ নিদিলে। তাই এজন ডেকাক একাষৰীয়াকৈ মাতি তাক কিছু আজেবাজে কথা সুধিলে। কথাৰ মাজতে তাই ফচফচাই মই পুলিচৰ চোৰাংচোৱা নেকি সেই কথা সুধিলে।

'পুলিচৰ চোৰাংচোৱা ইমান দূৰ নাপাইহি।'—মই ডেকাজনক কোৱা শুনিলো।

ডেকা কেইজনে তেঁতিয়াও ট্ৰান্টভাৰৰ কথাকে কৈ আছিল। এজনে তাৰ জেপৰপৰা কিছুমান এক হাজাৰ লিৰা মূল্যৰ নোট উলিয়ালে, আন এজনে উলিয়ালে চিকাৰী বন্দুকৰ লাইচেন্স এখন। মানুহে যাদু থকা তাবিজ বা কয়েদীয়ে তাৰ মুক্তিপত্ৰ দেখুৱাৰ দৰে ভংগীত সি মোক তাৰ লাইচেন্সখন দেখুৱালে। সি কেনেকৈ বন্দুকৰ লাইচেন্স পালে, এই কথা ভাবি মই আচৰিত হলো। কেনেকৈ পালে সি মোক কলে।

নতুন চৰকাৰে ফেচিজিমৰ হৈ কাম কৰা জঘন্যতম মানুহকো নতুন চৰকাৰৰ অংশীদাৰ হিচাপে লবলৈ বিচাৰিছিল। সেযেহে আদালতলৈ গৈ 'অমুক পাৰ্টিৰ হৈ কাম কৰিছিলো' বুলি চাৰ্টিফিকেট দেখুৱালেই লাইচেন্স পোৱা যায়। লাগিলে চাৰ্টিফিকেটত জেল খোৱা কয়েদী বুলিয়েই লিখা থাকক, তাৰপৰা একো হৰণভগন নহয়।

লাইচেন্স দেখুৱা চোৰজনে বন্দুকৰ কথা কবলৈ ধৰিলে। প্ৰথমে সি তাৰ অন্ততঃ দহোটা বন্দুক আছে বুলি কলে। কিন্তু পিছ মুহূৰ্ততে কলে যে তাৰ এটাহে আছে আৰু সেইটোৰো কুন্দাডাল ভগা। সি কবলৈ বিচাৰিছিল যে তাৰ হাতত ভগা ৰাইফেল এটাহে আছে। ১৯৪৩ চনৰ ২৫ জুলাইৰ দিনা ঘটা ঘটনাৰ সময়ত নাইবা বদগলিঅ'ৰ পলায়নৰ সময়ত নাইবা জাৰ্মান সকলৰ পুনৰাগমন অথবা পশ্চাদপসৰণৰ সময়ত সি হয়তো সেই ৰাইফেলটো পাইছিল। পোনতে সি নিজকে এজন পাকৈত চিকাৰী বুলি বৰ্ণনা কৰিলে। তাৰপিছত ভগা ৰাইফেল ক'ত মেৰামতি কৰিব পাৰি মোক সুধিলে। ইয়াৰপৰা বুজা যায় যে সি কেতিয়াও চিকাৰী বন্দুক ব্যৱহাৰ কৰি পোৱা নাই।

মই মোৰ এই চমৎকাৰ বন্ধুসকলৰ পৰা বিদায় ললো। বিদায় লোৱাৰ আগতে সিহঁতে তিৰোতাৰ কথা কবলৈ আৰম্ভ কৰিছিল।

সিহঁতে মোক বেশ্যা যোগাৰ কৰি দি মোৰ পৰা কিছু ধন আদায় কৰিব পৰা যাব বুলি ভাবিছিল।

মই লেখক। বহু তিৰোতাৰ কাহিনী মই লিখিছো। তথাপি মই সিহঁতৰ কথাত কাণষাৰ নিদিলো। কাৰণ প্ৰকৃততে তিৰোতাই মোৰ চিত্তাকৰ্ষণ নকৰে।

চোৰহঁতে মোক ভালদৰেই লক্ষ্য কৰিছিল। মই জানো যে সিহঁতে আজি দুদিনে মোৰ কথা সিহঁতৰ মাজত আলোচনা কৰিছে। কাৰণ চোৰহঁতৰ মাজতো আছে কিছুমান লিখক আৰু দ্বিতীয় শ্ৰেণীৰ চিত্ৰ অঙ্কনকাৰী লোক। এই ছবি অঁকা চোৰহঁতে মোক জানে। ৰোমৰ চোৰহঁতৰ মাজত থকা ছবি জাল কৰা মানুহ এজনে মোক ভালকৈয়ে চিনি পায়। এই বুঢাজন চুলুং প্ৰকৃতিৰ, কথা কয় লাহে লাহে বিনয়ত গদগদ হৈ। ইৰোলীৰ পৰা আৰম্ভ কৰি মডিগলিয়ানি পৰ্য্যন্ত ঊনৈশ শতিকাৰ ইটালীৰ বিখ্যাত চিত্ৰশিল্পীসকলৰ চিত্ৰবোৰৰ সি জাল কপি তৈয়াৰ কৰে। সি নিশ্চয় তাৰ বন্ধুসকলক মোৰ কথা কৈছে। মই আগতে ফেচিষ্ট আছিলো বুলিও নিশ্চয় কৈছে। কিয় কৈছে ?

কাৰণ এসময়ত এখন প্ৰদৰ্শনীত সিও এখন ছবি প্ৰদৰ্শন কৰিছিল। তাৰ সেই ছবিখন জাল আছিল যদিও, সি নিজে অঁকা বুলি প্ৰতিপন্ন কৰিবলৈ বুদ্ধি সাজিছিল। সি জাল কৰিছিল জাৰ্মান চিত্ৰশিল্পী হোফাৰৰ চিত্ৰ এখন। কিন্তু ছবিখন থকা হোফাৰৰ চহীটোৰ সলনি সি তাৰ নিজৰ চহী কৰি থৈছিল। সেই সময়ত মই 'কোৱাড্ৰিভিঅ' নামৰ কাকতৰ কাৰণে প্ৰবন্ধ লিখাত নিযুক্ত আছিলো। গতিকে মই বুঢাক সাবধান কৰি দিছিলো যাতে মানুহক সি ফাঁকি দিবলৈ চেষ্টা নকৰি কপি কৰা চিত্ৰক কপি হিচাপে পৰিচিত কৰে।

সি একো নকৈ মনে মনে আছিল। সমালোচকে আক্ৰমণ কৰিলে বেছিভাগ চিত্ৰশিল্পীয়ে এইদৰে নীৰৱতা অবলম্বন কৰে। সি মোৰ কথাত একো নামাতি মনে মনে থাকিল যদিও, তাৰপিছৰে পৰা সি মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ আৰম্ভ কৰিলে। মোৰ প্ৰতি ঘৃণা আৰু বিদ্বেষপূৰ্ণ মনোভাব ললে।

জুলাই মাহৰ ২৫ তাৰিখে যেতিয়া সামৰিক অভ্যুত্থান হল, তেতিয়া সি প্ৰচাৰ কৰিবলৈ ধৰিলে, মই হেনো ফেচিষ্টপন্থী।

হাঁয় ভগবান! সেইদিন ফেচিজিমৰ পতনত উল্লসিত হোৱা জনতাৰ মাজত ময়ো আছিলো। মোৰ লগত যদি সেইদিনা সেই সময়ত মোৰ বন্ধু কেইজনমান নাথাকিলহেঁতেন, তেন্তে জনতাই মোক মাৰি ধূলিস্যাৎ কৰি দিলেহেঁতেন। মোৰ বন্ধু কেইজনে চিঞৰি চিঞৰি ৰাইজক বুজালে, 'এই মানুহজনক ফেচিবাদী বোলা কথাটো সঁচা নহয়। এওঁক নিৰ্বাসন দণ্ড দিয়া হৈছিল, কাৰণ এওঁ ফেচিষ্ট সকলৰ বিৰোধী আছিল।'

মস্টেফাস্কোত নিৰ্বাসিত মানুহবোৰক দিয়া এখন পুৰণি ৰঙা সবুজী মোৰ লগত আছিল। সেইখন জনতাক দেখুৱাইহে সেইদিনা মই ৰক্ষা পৰিলো। 'কোৱাড্ৰিভিঅ' কাকতত মই কলা-সাহিত্যৰ বিষয়ে প্ৰবন্ধ-পাতি লিখিছিলো আৰু তাৰ মাজেৰেই ফেচিষ্ট সকলক আক্ৰমণ কৰিছিলো।

যি নহওক, এতিয়া মোৰ বিষয়টোলৈ আহো।

মৰিয়াচ আৰু চুলাৰ দিনৰে পৰা মুছোলিনীৰ সময়লৈ গোটখোৱা আবৰ্জনা-স্তূপৰ পৰা দুৰ্গন্ধ বাহিৰ হবলৈ ধৰিছে। মোৰ কাহিনীৰ বিষয়বস্তুও এয়েই।

ভিয়া ডেলা স্কালাৰে যাওঁতে এখন জঘন্য কাফেত বহি থকা দেখিলো অসৎ প্ৰকৃতিৰ মানুহ এজনক। ঠিক মোৰ বাইচাইকেলৰ দৰে এখন এলুমিনিয়ামৰ বাইচাইকেল তাৰ আছিল। মোৰ মনত খেলালে, এই-টোৱেই হযতো মোৰ বাইচাইকেলখন চুৰি কৰা চোৰটো।

মোৰ ধাৰণা নিৰ্ভুল। পিযাজা ডেল মন্টৰ পৰা সি আহিছিল। মই তাৰ ওচৰ চাপি বাইচাইকেলখনৰ ফালে তীক্ষ্ণ দৃষ্টিৰে লক্ষ্য কৰিলো, কাৰণ মোৰ হেৰোৱা বাইচাইকেলখনৰ লগত সেইখনৰ খুব সাদৃশ্য আছে।

'কি হল?' সি কলে। সি কবলৈ বিচাৰিছিল আপুনি কি চাইছে?

'এইখন বিক্ৰী হব নেকি?'

'বাৰ হাজাৰ লিৰা দাম।'—তাৰ মুখৰ পৰা শব্দবোৰ এটা এটাকৈ ওলাল। কেলিগুলাই যেতিয়া বাৰখন পখিলাৰ জিভা ভাজি দিবলৈ আদেশ কৰিছিল, তেতিয়া তেওঁৰ কণ্ঠস্বৰ বোধকৰো এনেকুৱাকৈয়ে ওলাইছিল। মানুহজনৰ কুলক্ষণীযা মুখখন প্ৰাচীন ৰোমান সম্ৰাট এজনৰ দৰে দেখা গৈছিল, বিষন্ন, নিস্তেজ, স্নায়বিক ৰোগীৰ দৰে

মুখখন,—জুলিয়াচ চীজাৰৰ মুখৰ দৰে। তাৰ কথাত প্ৰতিবাদ কৰাটোও বিপদজনক।

'প্ৰায় এনেকুৱা বাইচাইকেল এখন মোক আগতে এজনে যাচিছে। মই প্ৰথমে সেইখন চাই আহো। যদি দামে-দৰে নিমিলে, তেন্তে তোমাৰ ওচৰলৈ আহিম।' মই কলো।

মই যে মিছাকৈ কৈছো সেই কথা সি ধৰিব পাৰিলে। তাক পঠোৱা হৈছিল ভিয়া ডেল মন্টনাট'ৰ চুৰি চাইকেল ৰখা গুপ্তস্থানৰ পৰা, যাতে সি মোৰ প্ৰতি ভালদৰে লক্ষ্য ৰাখিব পাৰে। সি ঠেক গলিৰ মুখৰ কাফেখনত বহি মোৰ ওপৰত নজৰ ৰাখিছিল।

মোৰ চুৰি হোৱা বাইচাইকেলখনৰ লগত সাদৃশ্য থকা বাইচাইকেল মই কিনিব খোজো নেকি তাকে পৰীক্ষা কৰিবলৈ সি আহিছিল। যিজন মানুহৰ জোতা হেৰাইছে বা ফাটি-ছিটি গৈছে, সেই মানুহজনে ঠিক আগৰদৰে এযোৰ জোতা কিনিব খোজাটো স্বাভাৱিক কথা। সেইদৰে যাৰ নিজৰ এলুমিনিয়ামৰ বাইচাইকেল চুৰি হৈছে, সিও তাৰ আগৰখনৰ দৰে এখন কিনিবলৈ বিচাৰাটো স্বাভাৱিক। ভিয়া ডেল মন্টনাট'ত চুৰি চাইকেল ৰখা কেবাটাও গুপ্তস্থান আছে। চোৰহঁতে ভাবিছিল যে যদি মই মোৰ আগৰখনৰ দৰে এখন বাইচাইকেল পাওঁ, তেন্তে তেনেকুৱা এখনকে মই বাৰ হাজাৰ লিৰা দামত কিনিম আৰু চুৰি হোৱাখনৰ কথা পাহৰি যাম। মই যে চুৰি হোৱা বাইচাইকেলখন বিচাৰি ফুৰিছো, আন ৰোমানৰ দৰে চুৰি হোৱা বাইচাইকেলখনৰ অনুসন্ধানৰ পৰা বিৰত হোৱা নাই এই কথাত চোৰহঁতে কিছু ভয় খাইছিল। সাধাৰণতে ৰোমানসকলে চুৰি হোৱা বাইচাইকেল বিচাৰি সময় নষ্ট নকৰে। লণ্ডনৰ নিচিনাকৈ ৰোমতো আজিকালি সময়ৰ অৰ্থ হল টকা। মোৰ দৰে শিল্পী আৰু দাৰ্শনিকেহে দিনৰ পিছত দিন ধৰি চোৰাংচোৱাৰ দৰে চুৰি হোৱা বাইচাইকেল এখনৰ সন্ধানত থাকিবলৈ সময় পায়। মই ইমান সহজতে আশা এৰি নিদিওঁ। অপহৃত বস্তু বিচাৰি পুনৰুদ্ধাৰ কৰাটোও এটাও কলাসুলভ কৰ্ম'ই, খেলুৱৈসুলভ আনন্দ থকা কলা।

কিন্তু চোৰহঁতে সিহঁতৰ ব্যৱসায়ক খেলা বুলি নাভাবে। সিহঁতক অনুসৰণ কৰা সকলক সিহঁতে ভয়ৰ চকুৰে চায়। কামত বাধা

নোপোৱা পৰ্য্যন্ত সিহঁতৰ ব্যৱসায় অবাধ গতিৰে চলে, ব্যৱসায়ে উন্নতিও কৰে।

মঠৰ ওপৰত চুৰি কৰাটো মানুহৰ জন্মগত প্ৰবৃত্তি। কিছুমান ৰাজনৈতিক মতবাদে চৌৰ্য্য কাৰ্য্যকে সমৰ্থন কৰে। চেন্ট ফ্ৰান্সিচে তেওঁৰ ৰাজত্বকালত ঘোষণা কৰিছিল যে গাঁৱৰ মাজেৰে যাওঁতে যিয়ে ইচ্ছা কৰে সিয়ে সৰু মোনা একোটা ভৰাই ঘৰ তঁৰ পৰা এমোনা ডিমৰু বা আঙুৰ লৈ যোৱাত একো বাধা নাই। টোপোলাটো কিমান ডাঙৰ হব পাৰিব, তাৰ লেখজোখো তেওঁ বান্ধি দিছিল। এখন চিল্কৰ ৰুমালতকৈ আকাৰত টোপোলাটো ডাঙৰ হব নোৱাৰিব।

আগতে ষাঠি লিৰাত কিনিবলৈ পোৱা এটোপোলা টাটকা ডিমৰুৰ দাম আজিকালি ছশ লিৰা। চেণ্ট ফ্ৰান্সিচৰ নিয়ম মতে তেন্তে ছশ লিৰা মূল্যৰ বস্তু চুৰি কৰা একো দোষণীয় নহয়। তোমাৰ যদি চুৰি কৰিবৰ ইচ্ছাই আছে তেন্তে যাৰ অতি ছ হাজাৰ লিৰা আছে, তাৰ পৰা চুৰি কৰা। খাবলৈ নোপোৱা কবি এজনৰ পৰা চুৰি কৰা কেলেই।

যি নহওক, পোন্ধৰ হাজাৰ লিৰা মূল্যৰ বাইচাইকেল এখন চুৰি কাৰলে চেন্ট ফ্ৰান্সিচেও কাকো ক্ষমা নকৰিলেহেঁতেন, সেইটো ধ্ৰুৱ। ফেচিন্ট ৰাজত্বৰ সময়ত ৰ ছিয়াত গৈ ছদ্ম নাম লৈ মানে মনে আত্ম-গোপন কৰি থকা 'ক' ডাঙৰীয়াই এই চৌৰ্য্য কাৰ্য্য সমৰ্থন কৰে নে নাই, তাক অৱশ্যে মই নাজানো। সেই 'ক' ডাঙৰীযাজন যদি মই হলোহেঁতেন, তেন্তে আজি কাঁচি-হাতুৰী অঁকা লাল ঝাণ্ডা এঠাইত উৰুৱাবলৈ নিদিলোহেঁতেন।

কোন ঠাইত নিদিলোহেঁতেন, অনুমান কৰকচোন।

চেন্ট পিটাৰ্চত? কুইৰিনেলত? কাষ্টেল চেন্ট এংগেলোত?

নহয়। যদি এইবোৰ ঠাইত লালঝাণ্ডা উৰুৱালেহেঁতেন, তেন্তে পেলিকান চৰায়ে যেনেকৈ ঠোঁটেৰে নিজৰ বুকুফালি পোৱালিক খাবলৈ দিয়ে, তেনেকৈ মযো 'দোষ মোৰেই' 'দোষ মোৰেই' বুলি কৈ পেলিকান চৰাইৰে আদৰ্শ ললোহেঁতেন।

কিন্তু বেজাৰৰ কথা এয়ে যে চোৰ-ডকাইতৰ আড্ডা, কুখ্যাত পিয়াজা ভেজা মণ্টত লালঝাণ্ডা উৰুৱাবলৈ দিয়া হৈছে। তাৰ কুৰি গজ দূৰতে আছে পাৰ্টিৰ সৰু অফিচ এটা। আন এবিধ চোৰৰ পৰা চুৰি কৰি অনা

মাল-বস্তুবোৰ বেচি কৰা এই চোৰবোৰক পাৰ্টিৰ মানুহবোৰে দেখা নাই জানো ? বিদায় আমাৰ উজ্জল ভৱিষ্যতৰ স্বপ্ন। বিদায়।

এইবোৰ ভাবি ভাবি মই বাইচাইকেলত উঠি পন্ট গেৰিবল্ডীৰে উভতি টাইবাৰ নৈৰ ফালে গ'লো। তাৰ বাঁওহাতৰ অন্ধকাৰ ৰাস্তাটোৰ পৰা আৰম্ভ হৈছে পিয়াজা ডেল মন্ট। মোৰ গন্তব্য স্থান ভিয়া ডেই বলাৰী। তথাপি পিয়াজা ডেল মন্টকে আকৌ এবাৰ চাই যাওঁ বুলি মনস্থ কৰিলো।

অন্ধকাৰময় আলিবাটটো পাৰ হৈ মই দেখা পালো মানুহৰ জাক এটা। মানুহজাকৰ মাজত এজনী ন বছৰীয়া সৰু ছোৱালী। মই গম পালো যে তাই এজনী তিৰোতাৰ পৰা টকাৰ মোনা এটা চুৰি কৰিছে। তিৰোতাজনীৰ কোনোবা আত্মীয় মানুহ অলপাত ঢুকাইছে। তেওঁৰ লগত আছে মোৰ বয়সীয়া এজন ভদ্ৰলোক। চুৰি হৈছে সেই ঠেক ৰাস্তাটোৰ কাষত থকা গীৰ্জা এটাত। স্বামী আৰু স্ত্ৰী গৈছিল গীৰ্জালৈ, তেওঁলোকৰ যুদ্ধত নিহত হোৱা লৰাৰ বা আন কোনোবা মৃত আত্মীয়ৰ আত্মাৰ সদগতিৰ অৰ্থে প্ৰাৰ্থনা জনাবলৈ। তেওঁলোক প্ৰাৰ্থনাত মগ্ন থকা অৱস্থাতে সৰু ছোৱালীজনীয়ে মনে মনে সোমাই গৈ চুৰি কৰিছে। চুৰি কৰা মাত্ৰেই গম পাই তিৰোতাজনীয়ে পিছে পিছে দৌৰি গৈ ছোৱালীজনীক থাপ মাৰি ধৰিছে। গীৰ্জাৰ খটখটিৰ কাষত বহি আছিল ছোৱালীজনীৰ মাক। তাই বোধকৰো জীয়েকে চুৰি কৰি অনা ধনখিনি লৈ গুচি যাবৰ কাৰণে অপেক্ষা কৰি আছিল। এইটো একো অস্বাভাৱিক নহয়। চোৰচুৰণীহঁতে প্ৰায়ে সৰু ল'ৰা-ছোৱালীক চুৰি কৰিবলৈ শিকায়। কাৰণ সৰু ল'ৰা-ছোৱালী হাতে হাতে ধৰা পৰিলেও ডাঙৰ মানুহৰ দৰে বিপদত নপৰে। সৰু বুলি, নাবালক বুলি সিহঁত সাৰি যায়। 'মই ইচ্ছা কৰি কৰা নাই', 'মই নাজানো', 'মই চুৰি কৰিব খোজা নাছিলো' বা 'মোৰ ভোক লাগিছিল কাৰণ মোনাত কল থকা বুলিহে হাত ভৰাইছিলো'—সৰু ল'ৰা-ছোৱালীয়ে এনেকুৱা আচৰণ সহজেই দেখুৱাব পাৰে, মানুহেও এনেকুৱা কথা বিশ্বাস কৰিব। ছোৱালীজনীয়ে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। তাই ডাঙৰকৈ চিঞৰি কন্দাৰ কোনো প্ৰয়োজন নাছিল।

ভদ্ৰমহিলা গৰাকী ক্ষীণ আৰু শেঁতা বৰণৰ, শিক্ষিতা যেন লাগে।

বোধকৰো মাণ্টৰণী। তেওঁ কেৱল টকাৰ বেগটো ঘূৰাই দিব কলে, কিয়নো বেগটোৰ ভিতৰত এটা মূল্যবান বস্তু আছিল। এতিয়া সেই বস্তুটো তাৰ ভিতৰৰ পৰা নাইকিয়া হৈছে। ইতিমধ্যে পিয়াজা ডেল মণ্ট আৰু আন আন ঠাইৰ পৰা প্ৰায় চল্লিশ পঞ্চাশজনমান মানুহে আহি ভীৰ কৰিলে। আপুনি বিশ্বাস কৰক বা নকৰক, এই মানুহ-বোৰে ভদ্ৰমহিলা গৰাকী আৰু তেওঁৰ স্বামীকহে গালিশপনি পাৰিব-লৈ ধৰিলে। অৱশ্যে আপুনি যদি ৰোমান হলহেঁতেন, তেন্তে নিশ্চয় বিশ্বাস কৰিলেহেঁতেন। কাৰণ ৰোমানসকলৰ বিশ্বাস যে সিহঁতে যি ইচ্ছা তাকেই কৰিব পাৰে।

এনেতে এজনী শকত-আৱত গাভৰু তিৰোতা ওচৰ চাপিল। তাই বোধকৰো এজনী বেশ্যা! অন্ততঃ তাই তেনেকুৱা যেন দেখি। তাই আহি ভদ্ৰমহিলাজনীক ছোৱালীজনীক এৰি দিবলৈ আৰু মাৰ-ধৰ নকৰিবলৈ কলে। কিন্তু মাৰ-ধৰ কৰা কথাটো অজুহাত মাত্ৰ, গোকাট মিছা কথা। ছোৱালীজনীক কোনোৱে মাৰ-ধৰ কৰা নাছিল। সৰু ছোৱালীজনীয়ে মানুহৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ খুব কান্দিছিল আৰু 'মোক বচোৱা, মোক বচোৱা' কৈ চিঞৰিছিল। অৱশ্যে তাত গোট খোৱা মানুহবোৰৰ এজনেও যে মহিলাগৰাকীৰ হকে মাত মতা নাছিল, এনে নহয়। সেই চল্লিশ পঞ্চাশজনৰ ভিতৰত তিনি-চাৰিজনে চোৰহঁত আৰু ল'ৰা-ছোৱালীক চুৰি কৰিবলৈ শিকোৱা মাকহঁতৰ বিৰুদ্ধে দুই-এষাৰ মাতিবলৈ ধৰিলে।

ভদ্ৰমহিলা গৰাকীয়ে যে নিজৰ অপহৃত মূল্যবান বস্তুটো উদ্ধাৰ কৰিবলৈ চেষ্টা কৰা কাৰ্য্য উচিত হৈছে, তাক সিহঁতে সমৰ্থন কৰিলে।

মহিলা গৰাকীয়ে সৰু ছোৱালীজনীক কলে, 'তুমি মোৰ সোণৰ আঙঠিটো ক'ত থৈছা কোৱা। কাৰ হাতত দিছা? যুদ্ধত প্ৰাণ হেৰুওৱা মোৰ ল'ৰাটোৰ সেইটো আঙঠি আছিল। সেইটো মোক ঘূৰাই দিয়া। তুমি তোমাৰ মাৰাক আঙঠিটো দিয়া নেকি?'

তাৰপিছত তেওঁ শান্ত স্বৰেৰে জনতাক কলে, 'মই ছোৱালীজনীক মাৰ-ধৰ নকৰো। মোক আঙঠিটো ঘূৰাই দিলেই মই তাইক এৰি দিম।'

'তাইক এৰি দিয়া, বদমাচ ক'ৰবাৰ!' মানুহবোৰে চিঞৰি মহিলা গৰাকীৰ উদ্দেশ্যে কলে। উদ্ধত প্ৰকৃতিৰ তিৰোতাবোৰে 'ফেচিষ্ট'

ৰুলি চিঞৰিবলৈ ধৰিবলে। আজিকালি এই 'ফেচিষ্ট' ৰুলি কোৱাটো এটা প্ৰচলিত প্ৰথা হৈ উঠিছে। অথচ মোৰ মনত আছে যে এই মানুহ-বোৰেই এদিন ফেচিষ্ট সকলৰ সভা আৰু কুচকাৱাজৰ সময়ত চিঞৰিছিল, 'আমাক যুদ্ধ লাগে। মুছোলিনী জিন্দাবাদ।'

এই চিঞৰ চলিছিল কেবা মিনিটো ধৰি, কেতিয়াবা পোন্ধৰ মিনিট পৰ্য্যন্ত। সেই সময়ত সেই অত্যাচাৰী নেতাজনে মানুহক 'ৰুটি আৰু চাৰ্কাচ'ৰ পুৰণি প্ৰতিশ্ৰুতিটো দিছিল। সাধাৰণ মানুহৰ কাৰণে 'ৰুটি আৰু চাৰ্কাচ'য়েই আচল বস্তু। কিন্তু আমোদ-প্ৰমোদ লাভ কৰিবলৈ হলে লগে লগে লাগিব কঠিন শ্ৰম। সুষ্ঠভাৱে, সৎভাৱে কৰা কামৰ পুৰস্কাৰ হিচাপেহে মানুহে আমোদ-প্ৰমোদৰ যোগান পাব পাৰে। সৎকাম, সুষ্ঠকাম মানে এজন ঔপনিবেশকে অন্য এজন অসৎ ঔপনি-বেশকক সহায় কৰাটো নহয়। ধনী-নিৰ্ধনী প্ৰত্যেকখন ইউৰোপীয় দেশেই এতিয়া বিচাৰিছে উপনিবেশবোৰ শোষণ কৰি তাৰ বিনিময়ত নিজে জীয়াই থাকিবলৈ। আমাক খাবলৈ লাগে, কিন্তু আমি কাম কৰিব নোখোজো। ৰুচিয়া, ফৰাচী, জাৰ্মান, ইংৰাজ বা ইটালীয়ান যিয়েই নহওক লাগিলে, ঔপনিবেশক সকলৰ দুনীতি এইখিনিতেই।

পিয়াজা ডেল মণ্টত মই দুজনী ছোৱালীক কিছুমান লোৰ সামগ্ৰী বেচি থকা দেখি সিহঁতৰ ওচৰ চাপিলো। বস্তুবোৰ সিহঁতৰ নিজৰ নহয়, চুৰি বস্তুৰ লেনদেন কৰা ব্যৱসায়ী এজনৰহে। সেই ব্যৱসায়ীজনে নিজে চোৰাং বজাৰত বস্তু বেচিবলৈ সাহস নকৰি ছোৱালী দুজনীক বিক্ৰেতা হিচাপে নিযুক্ত কৰিছে। সিহঁতৰ সামগ্ৰীৰ ভিতৰত ঘোঁৰাৰ খুৰাৰ আকৃতিৰ চাইকেলৰ তলাও আছিল। ৰোমৰ কোনো কোনো দোকানত এতিয়াও এনেকুৱা তলা দুই-চাৰিটা পোৱা যায়। কেইদিনমান আগতে মই এনেকুৱা তলা এটা কিনিছো নবৈব লিৰা দামত। এবছৰ আগতে সেই তলাৰ দাম আছিল মাত্ৰ তিনি লিৰা। মই ছোৱালী দুজনীক তলাৰ দাম সোধাত এজনীয়ে এশ নবৈব লিৰা আৰু আনজনীয়ে দুশ নবৈব লিৰা বুলি কলে।

'ঠিককৈ কোৱা—' মই হাঁহি কলো।

কিন্তু সিহঁতে মোৰ কথা ভালকৈ নুবুজি গোৰগোৰাবলৈ ধৰিলে, 'আমাক খাদ্য আৰু কাম দিয়ক।'

'মোক কিয় কৈছা?' মই শান্তভাৱে কলো, 'মোক তোমালোকে কি বুলি ভাবিছা? মই চৰকাৰ নেকি? মোৰ উপাৰ্জন কিমান জানানে? মই ইমান বেছি উপাৰ্জন কৰো যে মোৰ আয়কাৰেই হয়গৈ মাহেকত চাৰিশ লিৰা। কিন্তু মই উপাৰ্জন কৰো সৎ পথত থাকি দিনে-ৰাতিয়ে কাম কৰি।'

'আপুনি ভাগ্যৱান লোক, সেয়ে আপুনি কোনো প্ৰতিদানৰ আশা নকৰাকৈ কামকে কৰে।'—সিহঁতে কলে।

মই যে সিহঁতৰ লগত ধেমালিহে কৰিছো, সেইটো সিহঁতে বুজি পাইছে। কিন্তু ঠাট্টা-তামাচা বিশেষ নকৰি সিহঁতে কলে, 'আমি হলে বিনা পইচাত কাম কৰিব নোৱাৰো। আপুনি মহৎ লোক, গতিকে আপুনি কৰিব পাৰে।'

ইতিমধ্যে এজনীয়ে ব্লাউজৰ ভিতৰৰ পৰা এসোপামান হাজাৰ লিৰা মূল্যৰ নোট উলিয়ালে। প্ৰায় চল্লিশখন মান হব। ব্লাউজৰ বুটাম খোলাৰ সময়ত মই দেখিলো যে বেঙুনীয়া ৰঙৰ অতি মূল্যবান চিল্কৰ এটা বক্ষ-বন্ধনী পিন্ধিছে, দেখাতো খুব ধুনীয়া। মোৰ অনিতাজনীক এনেকুৱা এটা বস্তু দিবলৈ মোৰ খুব ইচ্ছা যায়। অনিতাই পুৰণি পৰ্দাৰ কাপোৰৰ পৰা বক্ষ-বন্ধনী চিলাই কৰি লয়। মোৰ ক্ৰয়শক্তি সীমিত। মই তাপলি মৰা জোতা পিন্ধো। এই ছোৱালী দুজনীৰ গাৰ পৰা দুবিধ গন্ধ ওলাইছে ঃ এবিধ হল সিহঁত বহুদিন অস্নাত অৱস্থাত থকা বাবে ওলোৱা গন্ধ আৰু আনবিধ হল এচেন্সৰ উগ্ৰ গন্ধ।

মিত্ৰপক্ষৰ সৈন্যৰ ভোগ্যপণ্য ইহঁত—মই মনতে ভাবিলো। পুৱা-বেলাটো সিহঁতে পিয়াজা ডেল মন্টত দহগুণ বেছি দামত চাইকেলৰ তলা বেচি গ্ৰাহকক ঠগায়। দুপৰীয়া ঘৰলৈ গৈ ভালকৈ খোৱা-বোৱা কৰি তিনি-চাৰি ঘণ্টা ফন্তি মাৰি শোবে নতুবা কুৰুচিপূৰ্ণ সাপ্তাহিক কাকত পঢ়ে। এনেকুৱা আলোচনী অসংখ্য প্ৰকাশিত হয়। তাৰপিছত জোন উঠাৰ লগে লগে সাজ-পাৰ পিন্ধি প্ৰসাধন কৰি আমেৰিকান সৈন্যৰ সৈতে সিহঁতে মদ খায় আৰু ৰোমাচ আৰু ৰোমুলাচৰ দৰে ৰোমৰ নতুন নাগৰিক সৃষ্টি কৰা কামত ব্ৰতী হয়।

ৰোমাচ আৰু ৰোমুলাচৰ জন্ম হৈছিল সিহঁতৰ মাক ৰীয়া চিলভিয়া আৰু সেই সময়ৰ মিত্ৰপক্ষৰ সৈন্যৰ সংসৰ্গত। ছোৱালী দুজনীৰ ওখ হৈ থকা পেট দুটা দেখি মোৰ সুধিবলৈ ইচ্ছা হৈছিল—সিহঁতৰ পেটত থকা সন্তান এংলো-জাৰ্মান নে জাৰ্মান-ইংৰাজ। জাৰ্মানবোৰ ৰোমলৈ আগতে আহিছিল, তাৰপিছত আহে ইংৰাজবোৰ। সি যি নহওক, প্ৰকৃতিৰ বিধানত এনেকুৱা মিশ্ৰণ কেতিয়াও সম্ভৱ নহয়। আনহাতে ৰোমানৰ ঔৰসত হোৱা জাৰজ সন্তানতকৈ জাৰ্মানৰ ঔৰসত হোৱা জাৰজেই ভাল।

পিয়াজা ডেল মন্টত আগৰ চোৰবোৰেই আছে। মই লৰালৰিকৈ ভিয়া ডেই বলাৰীলৈ উভতি গ'লো। গাৰোৱানবোৰ ৰাতিপুৱা ছয়-সাত বজাতে সেইখিনি পায়হি বোলা কথাটো সঁচা নহয়। ৰোমত সকলো কামেই নিৰ্দিষ্ট সময়তকৈ অন্ততঃ আধাঘন্টা পলমকৈ হয়। গভিকে অফিচৰ বাবুবোৰ কামলৈ যোৱা সময় ৰাতিপুৱা আঠোটামান

বজাৰতহে গাৰোৱালবোৰো লাহে লাহে আহিবলৈ ধৰে। সিহঁতৰ কিছুমানে কাম-কাজ বিচাৰি যায়। আনবোৰে বিড়ি-চিগাৰেট খাই হাঁহি-খিকিন্দালি কৰি, বাটৰ ব্লাক জোকাই আড্ডা মাৰি ইফালে-সিফালে ঘূৰি ফুৰে।

আমাৰ দৰে বুদ্ধিজীৱীসকলৰ বুৰ্টিৰ বেচন সকলোতকৈ কম। জাৰ্মানিসকলে যি পৰিমাণৰ বেচন দিছিল, আমেৰিকান সকলে সেই একে পৰিমাণকে দিছে, অলপো হেৰফেৰ কৰা নাই। কিন্তু কুলীবোৰৰ বেচনৰ পৰিমাণ সৰ্বোচ্চ, অথচ সিহঁতৰ কাম যে খুব বেছি এনে নহয়। সম্ভীযা নেতাগিৰিৰ ইও এটা পন্থা। এটা এটাকৈ তিনিটা নেতাগিৰিৰ ক্ষেত্ৰত এইটোকে দেখা গৈছে: প্ৰথমে ফেচিস্ট সকল, তাৰ-পিছত জাৰ্মান সকল আৰু অৱশেষত মিত্ৰপক্ষ। ইহঁতৰ মানত বুদ্ধি-জীৱীৰ পৰিশ্ৰমৰ তুলনাত কুলীবোৰৰ পৰিশ্ৰম বেছি। মই গোটেই দিনটো মগজু খটুৱাই কাম কৰিছো আৰু কুলীবোৰে গোটেই দিনটো ৰ'দ পুৱাই বহি আছে। তথাপি মোতকৈ কুলীবোৰৰ বেছি খাদ্যৰ আৱশ্যক নেকি? বৰ্তমান সময়ত এজন কুলীয়ে নানা পন্থাৰে উপাৰ্জন কৰি নিজৰ আয় বঢ়াইছে। আনহাতে এজন বুদ্ধিজীৱীৰ সমুখত নিজৰ একমাত্ৰ চাকৰি বা ব্যৱসাযটোৰ বাহিৰে উপাৰ্জনৰ আন কোনো পন্থা নাই। অথচ বুদ্ধিজীৱী এজনতকৈ কুলী এজনৰ বেচনৰ পৰিমাণ বেছি। এযেই গণতন্ত্ৰ নেকি? নে গণতন্ত্ৰৰ নামত এক প্ৰহসন? এনে প্ৰহসনৰ ফলত গণতন্ত্ৰ হাঁহিয়াতৰ বস্তুত পৰিণত হয়। এনেকুৱা প্ৰহসন চলাটো অন্যায়।

পিয়াজা ডেল টিট্ৰো ডি পম্পেত অনাহকতে থিয হৈ থাকি মোৰ লাহে লাহে বিৰক্তি জন্মিল। কিমান নো আৰু চোৰ-বদমাচহঁতৰ কাৰ্যকলাপ চাই থাকিম। গতিকে তাত থকা এজন কিতাপৰ দোকানীৰ লগতে কথা-বতৰা পাতি সময় কটাবলৈ মনস্থ কৰিলো। এই দোকানী-জন হল দহলিৰা দামত কিতাপ কিনি এশ লিৰা দামত বেচা কিতাপ ব্যৱসায়ী সকলৰ এজন। ইহঁতে কিতাপ সংগ্ৰহ কৰে অমিতব্যয়ী দুশ্চৰিত্ৰ ছাত্ৰ, বুঢ়া বৰলা অধ্যাপক বা হোটেলৱালাৰ পৰা। হোটেলত বহুতে পাহৰি কিতাপ এৰি থৈ যায়, বিশেষকৈ নৱবিবাহিত দম্পতিয়ে পঢ়ি অতোৱাৰ পিছত সস্তীয়া উপন্যাস সাধাৰণতে হোটেলত এৰি থৈ

যায়। কিতাপ দোকানীবোৰে এইদৰে সস্তাত কিতাপ কিনি চৰা দামত বিক্ৰী কৰি বেছ ধন উপাৰ্জন কৰে। ৰোমত এনেকুৱা ব্যৱসায় সম্ভৱ, কাৰণ ইয়াত সৎ বুদ্ধিতকৈ কূট কৌশলৰ প্ৰচলন বেছি। এই কিতাপ-দোকানীজনে মোক চিনি পায় আৰু মযো তাক জানো। মানুহজন বয়সত বৃদ্ধ, কিন্তু সাংঘাতিক কৌশলী। কোনো মানুহে তাক কোনো কিতাপৰ কথা সুধিলেই সি উত্তৰ দিব. 'সেইখন মোৰ দোকানত নাই।' নতুবা কব: 'কিতাপখন অলপ আগতে বিক্ৰী হৈ গ'ল।' ক্ৰেতাই যদি সোধে যে সেই কিতাপখনৰ দাম কিমান, তেন্তে সি উত্তৰ দিব যে দাম বহুতো।

গতিকে তাৰ ওচৰলৈ যাওঁ নে নাযাও, ভাবি চালো। আনহাতে অপেক্ষা কৰিবলৈ আন ভাল ঠায়ো নাই। ইত্যাদি কাৰণত তাৰ লগতেই কথাবতৰা আৰম্ভ কৰিলো। মোৰ বাইচাইকেল চুৰি হোৱা ঘটনাটো সি জানে। সি মোক সুধিলে, 'কিবা নতুন খবৰ আছে নেকি ?'

কিছুমান খুচুৰা খবৰ-বাতৰি আদান-প্ৰদানৰ পিছত মই তাক গাৰোবানবোৰৰ স্বভাৱ-চৰিত্ৰৰ বিষয়ে সুধিলো। উত্তৰত সি একো নাজানে বুলি কলে। যিজন মানুহৰ কোনো বস্তু চুৰি হয়, তেওঁ যেতিয়া চুৰি হোৱাৰ কথা কয়, তেতিয়া আন মানুহৰ চকুত তেওঁ সাধাৰণতে বৰ্বৰ্ক হিচাপে পৰিগণিত হয়। গতিকে মই মোৰ বাই-চাইকেল চুৰিৰ কথাটো আওকাণ কৰি অন্য কথা উলিয়াবলৈ চেষ্টা কৰিলো। কিন্তু দোকানীজনে সুধিলে, 'আপুনিনো কেলেই দোকানৰ বাহিৰত বাইচাইকেলখন থৈছিল ?'

'নথৈ আৰু কি কৰিম ?' মই কলো, 'কাৰণ দোকানখন একেবাৰে সৰু, ভিতৰলৈ বাইচাইকেলখন নিবৰ উপায় নাই। মই বাইচাইকেলখন থৈ দোকানীজনক সুধিছোহে মাথোন, চোৰটোৱে ' এনেকৈ মই সমস্ত কাহিনীটোকে বৰ্ণনা কৰিলো।

'আচ্ছা, এতিয়া আৰু কি কৰিব। তেনেকুৱাকৈ বাইচাইকেল এৰিলে তাৰ বাহিৰে আন কি আশা কৰিব পাৰে আপুনি ?' দোকানীজনে নিৰ্বিকাৰভাৱে কলে।

'আপোনাৰ কপাল ভাল। আপোনাৰ একো বস্তু চুৰি হোৱা নাই —' মই কলো।

সি গৰম হৈ উঠিল : 'মোৰহে চুৰি হোৱা নাই। সকলোৱে মোৰ পৰা চুৰি কৰে। কিছুমান গ্ৰাহকে কিতাপ চোৱাৰ চলেৰে কোটৰ ভিতৰত কিতাপ লুকুৱাই লৈ যায়। আজি দুসপ্তাহৰ আগতে কোনো-বাই কিতাপ থোৱা কাঠৰ বাকচ এটা চুৰি কৰি লৈ গৈছে। অৱশ্যে তাত থকা কিতাপবোৰ নিয়া নাই, কিতাপবোৰ উলিয়াই থৈ বাকচটো লৈ গৈছে।'

মই বুজি পালো যে ৰোমৰ চোৰহঁতে কিতাপ চুৰি নকৰে। যিহেতু ৰোমৰ চোৰহঁত অধামূৰ্খ, গতিকে সিহঁতে কিতাপবো যে কিবা বিনিময় মূল্য থাকিব পাৰে তাক নাজানে। সিহঁতৰ মানত কিতাপ মূল্যহীন বস্তু। দোকানীজনে মোক কলে যে যিখন জোতাৰ দোকানৰ পৰা মোৰ বাইচাইকেলখন চুৰি হৈছিল, সেই দোকানখনৰ পৰাই পিছ-দিনা ৰাতি কিছু কানি-কাপোৰ আৰু মটৰৰ টায়াৰ এটা চুৰি হৈছিল। কানি-কাপোৰবোৰ অৱশ্যে সেই দোকানীজনৰ নাছিল, এজন ভগনীযাই দোকানত এৰি থৈ গৈছিল। লক্ষ্যণীয় কথা হৈছে এযে যে কিতাপৰ দোকানীৰ পৰা কিতাপ চুৰি হোৱা নাই, কাঠৰ বাকচ এটাহে চুৰি হৈছে। জোতাৰ দোকানৰ পৰা জোতা চুৰি হোৱা নাই, কাপোৰহে চুৰি হৈছে। সেই কাপোৰো আকৌ জোতাৰ দোকানীজনৰ নিজৰ নহয়। ইয়াৰপৰা স্পষ্টকৈ বুজা যায় যে দোকানী আৰু চোৰবোৰে পৰস্পৰে পৰস্পৰক ভালকৈয়ে চিনি পায আৰু দুয়ো দুয়োৰে উমৈহতীয়া স্বাৰ্থত ব্যাঘাত নজন্মায়। নহলে চোৰ আৰু দোকানী উভয়ে একে এলেকাতে কেনেকৈ শান্তিৰে বসবাস কৰি নিজৰ নিজৰ ব্যৱসায চলাই থাকিলে-হেঁতেন। অন্ততঃ আঠ-দহজনমান দোকানীযে চোৰৰ দলবোৰক ভালদৰে চিনি পায়। এই কেইজনৰ বাহিৰে আন মানুহৰ বস্তুহে চুৰি হয়। চোৰ আৰু ব্যৱসাযীৰ কি বিচিত্ৰ ঐক্য।

এইবোৰ কথা ভাবি থাকোতে থাকোতে মোৰ মনত খেলালে যে কিতাপ দোকানীজনে ইচ্ছা কৰাহেঁতেন, মোৰ বাইচাইকেল চুৰি কৰা চোৰটোৰ সন্ধান মোক দিব পাৰিলেহেঁতেন। মই গাৰোৱানবোৰৰ মাজতে চোৰটোক ধৰা পেলাব পাৰিম বুলি ভাবিছিলো, কিন্তু এতিয়ালৈ সি মোৰ চকুত পৰা নাই। তাৰ চেহেৰাটো আকৌ এবাৰ মনত পেলাবলৈ যত্ন কৰিলো • শুকান মুখ, চকুদুটা ওকৰা-ওকৰি,

চেপেটা নাক, বগা উপৰ ছুটি মোজা, ফেচিন্ট গৃহৰক্ষী বা আন মিলিটাৰীৰ পেটিৰ পৰা তৈয়াৰী চেণ্ডেল।

কিতাপ দোকানীজনৰ পৰা কথা উলিয়াবলৈ আৰু সময় কটাবলৈ মই ৰাজনীতিৰ কথা উলিয়ালো। যদিও মই ৰাজনীতিৰ কথা বেছি নাজানো, তথাপি তাৰ লগত কথা-বতৰা পাতিবৰ জোখাৰে জ্ঞান মোৰ আছে। কথা-বতৰাৰ মাজত মই লিৰাৰ মুদ্ৰামান হ্ৰাসকৰা কাৰ্য্যত মোৰ সন্দেহ প্ৰকাশ কৰিলো।

মই কলো আমাৰ জাতীয ঋণ ছশ বিলিযনতকৈ নিশ্চয় বেছি। অবশ্যে কেৱল সেইটোৱেই যদি হলহেঁতেন, তেন্তে বিশেষ গুৰুতৰ কথা নহলহেঁতেন। প্ৰথম মহাযুদ্ধৰ পিছত অস্ট্ৰিয়া আৰু জাৰ্মানিত যেনেকৈ মুদ্ৰামান হ্ৰাস হৈছিল, তেনেকৈ লিৰাৰ মুদ্ৰামানো হ্ৰাস হব অতি অভাৱনীয ৰূপে। লিৰাৰ মূল্যই নোহোৱা হব। জাৰ্মানিত পোন্ধৰ দিনৰ ভিতৰতে মুদ্ৰা বিপৰ্য্যয ঘটিছিল। সেই সময়ত মই পশ্চিম অস্ট্ৰিয়াৰ ক্লাগেনফুৰ্টৰ ওচৰৰ চিবাখচি নামৰ ঠাইত আছিলো। এদিন ৰাতিপুৱা মই এটা দুমহলীয়া ঘৰৰ ওপৰত এখন আচৰিত ধৰণৰ পতাকা উৰি থকা দেখিবলৈ পালো। কিছুমান সৰু ল'ৰা-ছোৱালীয়ে পতাকাখন খুলি দিলে আৰু তাত বান্ধি থোৱা কিছুমান নোট আলিবাটৰ ওপৰত সিচৰতি হৈ পৰিল। আলিবাটত থকা আন কিছুমান ল'ৰা-ছোৱালীয়ে সেইবোৰ থপিযাথপি কৰি ধৰি খেলা কৰিবলৈ ধৰিলে। জাৰ্মানি মুদ্ৰা মাৰ্কৰ মূল্য একেবাৰে নোহোৱা হৈছিল সেই সময়ত। গতিকে যাৰ হাতত সেইবোৰ নোট প্ৰচুৰ পৰিমাণে আছিল, তেওঁলোকে সেইবোৰ ল'ৰা-ছোৱালীক খেলা কৰিবলৈ দিছিল। বতাহত উৰিফুৰা সেই নোটবোৰ যেন এতিয়াও মোৰ চকুৰ আগত উৰি আছে।

কাৰোবাৰ পৰা কথা উলিয়াবলৈ হলে তাৰ দুৰ্বল স্থানত আঘাত কৰাটোৱেই সৰ্বোত্তম পন্থা। এই কিতাপ দোকানীজন সুদখোৰ, কৃপণ আৰু ধনলোভী। গতিকে টকাই হল তাৰ জপৰ মালা। সেই টকাৰ মূল্য হ্ৰাসৰ কথাত সি বেছ মৰ্মাহত হল যেন অনুমান হল। সি সেই সম্বন্ধে মোক নানা ধৰণৰ প্ৰশ্ন কৰিলে আৰু মযো উত্তৰ দিব ধৰিলো। লাগে লগে এখন নাটকৰো যৱনিকা উত্তোলিত হব ধৰিলে।

মই আকৌ মোৰ বাইচাইকেল চোৰটোক দেখা পালো। সি এটা

গলিৰ পৰা ওলাই আহি চেঙেলীয়া গুণ্ডাৰ দল এটাৰ লগ লাগিল। এই গুণ্ডাৰ দলটোক মই দোকানীজনৰ লগত কথা-বতৰা পাতি থকা সময়ৰে পৰা লক্ষ্য কৰি আছিলো। মই তাক চিনি পাইছো, সিও মোক দেখি চিনি পাইছে। কিন্তু সি নেদেখা ভাও ধৰি আছে। পেণ্টৰ জেপত হাত সুমুৱাই সি তাৰ বন্ধু সকলৰ সৈতে কথা-বতৰা পাতিছে। তাৰ কাষতে থিয় হৈ আছে তাৰ ভায়েকজন। কাষত থিয় হৈ থকাজন যে তাৰ ভায়েক এই কথা মোক কোনোৱেই কোৱা নাছিল। কিন্তু সিহঁত দুয়ো দেখাত প্ৰায় একে ধৰণৰ। কেৱল সিজন এইজনতকৈ বয়সত পাঁচ বছৰ মানৰ ডাঙৰ আৰু তাৰ পোছাক-পৰিচ্ছদ বেলেগ।

মই কিতাপ দোকানীজনক সুধিলো ' 'সেই ডেকা ল'ৰাজনৰ নাম কি আপুনি জানেনে?'

'কোনজন?'

দোকানীজনে তাক নেদেখা বা চিনি নোপোৱাৰ ভাও ধৰিলে। সি নীৰৱতা অৱলম্বন কৰিলে আৰু মোৰ কথাটোৰ প্ৰতি আওকাণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু মই পুনঃ পুনঃ সুধিলো। সি যদি চিনি নোপোৱা বুলি কলেহেঁতেন, তেন্তে মই আন কাৰোবাক সুধিব পাৰিলোহেঁতেন। হয়তো মুচী এটাকে সুধিব পাৰিলোহেঁতেন। মুচীজন যদি সৎ লোক হয়, তেন্তে তাৰ নামটো নোকোৱাৰ কোনো অৰ্থ নাই। অৱশেষত দোকানীজনে কলে যে ডেকাজনৰ নাম সম্ভৱতঃ পাম্পা।

'তাৰ কাষত থিয় হৈ থকাজন তাৰ ভায়েক নেকি?'

'এৰা, আপুনি কেনেকৈ গম পালে?'

'সিহঁত ভাল মানুহ নে?'

'ভাল।'—কিতাপ দোকানীজনে ঠাট্টা আৰু বিৰক্তিৰ সুৰত কলে, 'সৌ তাত সিহঁতৰ চকী-মেজৰ সৰু দোকান এখন আছে।'

সেই চেমনীয়া গুণ্ডাৰ দলটো চকী-মেজৰ দোকানখনৰ সমুখতেই থিয় হৈ আছিল। এজনে বাকীবোৰক কিবা ৰগৰৰ কথা কৈ কৈ হাঁহিছে। পাম্পা নামৰ চোৰটোৰে মুখেৰে একো মতা নাই, পেণ্টৰ জেপত হাত সুমুৱাই থিয় হৈ আছে। শেঁতা পৰি অহা দৃষ্টিৰে সি তাৰ ভায়েকৰ চকুলৈ চাই ঠাৰে-ঠিয়াৰে কিবা কথা-বতৰা পাতিলে। সিহঁতৰ যোগা-যোগৰ এইটোৱেই নিয়ম।

এতিয়া মোৰ কৰ্তব্য কি ? চাৰি আলিটোত পুলিচ নাই। অন্য সময়ত হোৱা হলে মই 'চোৰটোক ধৰা! চোৰটোক ধৰা!' বুলি চিঞৰি উঠিলোহেঁতেন। কিন্তু এতিয়া চিঞৰা অৰ্থহীন। কিছু সময়ৰ আগতে সেই সোণৰ আঙঠি চুৰি হোৱা দম্পতিৰ দুৰৱস্থা দেখিছিলো। মানুহবোৰে সেই নিৰ্দোষী স্বামী-স্ত্ৰীক সহানুভূতি দেখুৱাওক চাৰি ওলোটাই তেওঁলোককহে গালি পাৰিছিল। আঙঠি চুৰি কৰা সৰু ছোৱালীজনীৰ মাকক একো কোৱা নাছিল। মোৰ ভাগ্য ভাল, মই সেই দৃশ্যটো দেখিছিলো। কি কাৰণে মোৰ ভাগ্য ভাল বুলি ভাবিছিলো, সেই কথা মই পিছত ক'ম। নিজকে নিৰ্দোষী বুলি পৰিচয় দিয়াটোও ভয় লগা কথা।

ঠিক এই সময়তে এজনী তিৰোতা আৰু এজন পুৰুষে ডাঙৰ ডাঙৰ মাতেৰে কাজিয়া কৰি কৰি সেইপিনে যাবলৈ ধৰিছিল। মানুহজনী গাভৰু, ক্ষীণ আৰু জীৰ্ণ-শীৰ্ণ অবস্থাৰ। তাইৰ ভৰি দুখন যদিও ৰ'দে পোৰা, মলিয়ন আৰু নোমেৰে ভৰা, তথাপি ধুনীয়া গঢ়ৰ। যৌন ৰোগত ভুগি তাইৰ শৰীৰ ভাঙি পৰিছে যেন অনুমান হয়। তিৰোতা-জনীয়ে চিঞৰ-বাখৰ কৰিছিল, মতাটোৱে তাইৰ ওচৰৰ পৰা আঁতৰি যাবলৈ যিমানে পাৰে সিমানে বেগেৰে খোজ কাঢ়িছিল।

'বদমাচ। জুৱাচোৰ। মই তোৰ ঘৈণীয়েকৰ সকলো কথা ক'ম। তোৰ ঘৈণীয়েকক মোৰ ওচৰলৈ পঠাই দিবি। তাইক সকলোবোৰ ক'ম!'

পাম্পাই এই হুলস্থূলৰ সুযোগতে তাৰ লগৰীয়াহঁতৰ সৈতে মানুহৰ মাজত সোমাই অদৃশ্য হল। মই জাপ মাৰি মোৰ বাইচাইকেলখনত উঠি জনতাৰ পিছে পিছে পাম্পাৰ গতিপথ অনুসৰণ কৰিবলৈ ধৰিলো। পাম্পাই গম পালে যে মই তাক অনুসৰণ কৰিছো। সি তাৰ লগৰীয়া এজনৰ লগত কিবা কথা পাতি তাক কিবাকিবি নিৰ্দেশ দিলে। লগৰীয়া চোৰজনৰ হাতত আছিল পাতল নীলা ৰঙৰ মাডগাৰ্ড লগোৱা এখন বাইচাইকেল। মোৰ আগত এতিয়া দুটা পথ : হয় পাম্পাকে অনুসৰণ কৰা, নহয় মোৰ নিজৰ বাইচাইকেলখনত উঠি আনটো চোৰক অনু-সৰণ কৰা।

মই পিছৰটোকে অনুসৰণ কৰিম বুলি স্থিৰ কৰিলো। মই ঠিক সিদ্ধান্তেই লৈছিলো। পাম্পা সম্বন্ধে এতিয়া মোৰ হাতত কিছু তথ্য

আছে। মই এতিয়া জানো যে মোৰ বাইচাইকেল চোৰটোৰ নাম পাম্পা, তাৰ এখন চকী-মেজৰ বাজে দোকান আছে, প্ৰায় তাৰ দুৱে দেখিবলৈ তাৰ এজন ভায়েক আছে। তাৰোপৰি মই উপলব্ধি কৰিছিলো যে উদাসীন পুলিচৰ ওপৰত নিৰ্ভৰ কৰাটো অনাৱশ্যক। ৰোমৰ আটাই-বোৰ পুলিচেই নিৰ্বিকাৰ, উদাসীন। পিছত মই এই কথাৰ সত্য ফঁহিযাই দেখুৱাম। এতিয়া মই মোৰ বিচাৰ-বুদ্ধি অনুসাৰে আনটো চোৰক অনুসৰণ কৰাৰ বাহিৰে আন পন্থা নাই। মই যে তাৰ পিছে পিছে গৈ আছো, সেই কথাটো সি বোধকৰো লক্ষ্য নকৰিব। তাক অনুসৰণ কৰি কৰি গৈ বাইচাইকেল থোৱা গুপ্তস্থান উদঘাটন কৰিব পাৰিম যেন অনুমান হৈছে। গুপ্তস্থানত উপস্থিত হৈ সি হয়তো তাৰ পৰা মোৰ বাইচাইকেলখন উলিয়াই আন ক'ৰবালৈ স্থানান্তৰিত কৰিবলৈ চেষ্টা কৰিব পাৰে। মই সিহঁতৰ গুপ্তস্থান ক'ত তাকেই অন্ততঃ জানিব পাৰিম। তেতিয়াই মই মানুহৰ দৃষ্টি আকৰ্ষণ কৰাৰ উদ্দেশ্যে চিঞৰিবলৈ ধৰিম, লাগিলে চোৰহঁতে মোক ছুৰিযেই মাৰক, ক্ষতি নাই। জনতাৰ মাজত এজন নহয় এজন পুলিচ বোধকৰো থাকিব। মোৰ জেপাতো এখন ছুৰি আছে আৰু আছে মোৰ চুৰি হোৱা বাইচাইকেলখন কিনা ৰচিদখন। এইখনেই প্ৰমাণ কৰিব যে আচলতে বাইচাইকেলখন মোৰ। মানুহ গোটখোৱাৰ পিছত কি হয়, দেখা যাব।

পাম্পাৰ বন্ধুজন পিয়াজা ডেল পালাজো ডেলা চেঞ্চেলিৰিযাৰ ফালে গ'ল। তাৰপিছত কৰ্চো ভিক্টোৰিঅ' ইমানুৱেল পাৰ হৈ ভিয়া ডেই জেটাৰী পালেগৈ। মই যে তাৰ পিছে পিছে গৈ আছো, সেইটো সি গম পোৱা নাছিল। গতিকে সি পিছৰ ফালে এবাৰো ঘূৰি নোচোৱাকৈ ভিয়া ডেল গভৰ্নো ভেকিঅ' পালেগৈ, তাৰপিছত পিয়াজা ডেল মন্ট ডিঅ'ৰ্ডানোৰে যাবলৈ ধৰিলে। ভিয়া ডেল পেনিকোৰ আলি কেঁকুৰীত, সি বাইচাইকেলৰ পৰা নামিল। বাইচাইকেলখনত কিবা আসোঁৱাহ ঘটা যেন ভাও ধৰি চেইনডাল পৰীক্ষা কৰি ঘূৰি চাওঁতে সি মোক দেখা পালে। অৱশ্যে সি মোক তাৰ গন্তব্যস্থলীত যেনে তেনে দেখিলেই-হেঁতেন। মই মোৰ বাইচাইকেলখনৰ ব্ৰেক ধৰি ভিয়া ডেল্লা কেম্পেনেল্লাৰ

ফালে লাহে লাহে চলাবলৈ ধৰিলো। কিছুদূৰ গৈ আকৌ উভতি আহি তাক অনুসৰণ কৰিবলৈ ধৰিলো।

ভিয়া ডেল পেনিকোৰ বাঁওফালে থকা এখন মদৰ দোকানত সি ৰ'ল আৰু ভিতৰলৈ সোমাই গৈ টেলিফোন কৰাৰ চেষ্টা কৰিলে। কিন্তু টেলিফোনৰ সংযোগ নাপালে। বাদামবালা এনীই অলপ আঁতৰত কয়লাৰ জুইত বাদাম ভাজি থকা দেখি মই তাত থিয় হৈ বাদাম ভজা চাই থকাৰ ভাও ধৰিলো। মই তিনি লিৰাৰে কিছু বাদাম কিনিলো। মদৰ দোকানৰ পৰা চোৰটোৱে তাৰ লগৰীয়া সকলক ইংগিত দি মাতি মোৰ ফালে চাই চাই খঙেৰে অংগীভংগী কৰিলে। মই লক্ষ্য কৰিলো সি সেই জনবিৰল আলিবাটৰ দাঁতিত মন সংকোচ বাইচাইকেলখন থৈ দিছে, যেন কোনোৱেই চুৰি নকৰে সেই বিষয়ে সি নিঃসন্দেহ। তাৰ লক্ষ্য যাতে মোৰ প্ৰতি আকৰ্ষিত নহয় আৰু যাতে সি মোক আক্ৰমণ কৰিবৰ কোনো সুযোগ নাপায়, সেই উদ্দেশ্যে মই 'ভেডাটা ৰিপাব্লিকানা' নামৰ আলোচনী এখন কিনি সেইখনকে পঢ়াৰ ভাও ধৰিলো। 'ভেডাটা'ত আগতে মোৰ কেবাটাও প্ৰবন্ধ প্ৰকাশ হৈ গৈছে, এই সংখ্যাতো এটা প্ৰকাশ হৈছে। কিন্তু মই যে বাতৰিকাকত পঢ়াত মন দিয়া নাই, সেই কথা চোৰটোৱে লক্ষ্য কৰিলে। কবলৈ গ'লে এতিয়াৰ পৰা মোৰ কাৰণে ভাও ধৰা কথাটো অৰ্থহীন হৈ পৰিল।

এতিয়া যিহেতু সি গম পালে মই তাক অনুসৰণ কৰিছো, গতিকে সি আৰু গুপ্তস্থানৰ পৰা মোৰ বাইচাইকেলখন স্থানান্তৰিত নকৰিব। মোৰ অনুমান মতে গুপ্তস্থানডোখৰ বোধহয় বেছি দূৰত নহব। কোনোবা দোকানৰ পিছফালে বা আওহতীয়া চুকত আছে বাইচাইকেলবোৰ লুকুৱাই থোৱা ঠাই। কিছুমান বাইচাইকেল বিক্ৰেতাই কয় যে সিহঁতে চুৰি বাইচাইকেলৰ কাৰবাৰ নকৰে। প্ৰকৃতপক্ষে সিহঁতে যেতিয়াই সুবিধা পায়, তেতিয়াই কৰে। মই এইবোৰ ভাবি থাকোতে চোৰটোৱে তাৰ বাইচাইকেলত উঠি ভিয়া ডেল পেনিকোৰ ফালে যাবলৈ ধৰিলে। এই বহল ৰাস্তাটোৰ এটা অংশত আছে ৰোমৰ আটাইতকৈ নিকৃষ্ট বেশ্যাবোৰৰ ঘৰ। এই ৰাস্তাটোৰে যাতায়াত কৰা কাম-স্পৃহা একেবাৰে নোহোৱা মানুহেও বেশ্যাবোৰক স্তনৰ কাপোৰ উদঙাই সেউজীয়া ৰং লগোৱা খিৰিকীৰ মুখত আউজি থকা দেখিবলৈ পাইছে। ভেঁকুৰী যোৱা

বা ব.ঢী গাইব ওহাৰৰ দৰে শ.কান সিহঁতৰ স্তনবোৰ, উৰ্ব্বলি যোৱা ৰঙা ভেলভেটৰ সৰ. সৰ. গাঁৰ.ৰ ওপৰত হাউলি সেই স্তনবোৰ সিহঁতে বাটৰ.ৱাক প্ৰদৰ্শন কৰে।

চোৰটোৱে যেতিয়া ৰাস্তাৰ নিৰ্জন অংশটো গৈ পালে, তেতিয়া সি হঠাৎ মোৰ ফালে ঘ.ৰিল আৰ. মোক মাৰিব ব.লি ভয় দেখ.ৱালে। তাৰ হাতৰ তল.ৱাখন বৰ বহল, হাতখনো শকত। ৰ্ষ.জৰ কুকুৰাৰ পাখিৰ দৰে কোঁচা কোঁচা নোমেৰে ভৰা হাতখন। চকু দ.টা বন্য পশ.ৰ দৰে। পৰিস্থিতিটো হাঁহি উঠাও আৰ. ভয় লগাও। মই এখোজ পিচুৱালো, কিন্তু মোৰ ভয় লগা নাছিল। কাৰণ মই জানো যে গ.ণ্ডাবোৰ ভীৰ., অকলে এজনৰ সম্মুখীন হবলগীয়া হলে আক্ৰমণ কাচিৎহে কৰে। এই ভীৰ.হঁতে যেতিয়া দেখে যে প্ৰতিপক্ষও সমানে শক্তিশালী তেতিয়া আক্ৰমণ কৰাৰ পৰা বিৰত থাকে। গতিকে ভয় কৰাৰ কাৰণ একো নাই। তাৰোপৰি দ.জন মান.হৰ মাজত হোৱা খণ্ডয.দ্ধ যিমানেই সাংঘাতিক নহওক কিয়, সদায় গ্ৰহণযোগ্য, কাৰণ ই সমানে সমানে হোৱা য.দ্ধ। এনেকুৱা সময়বোৰ আমাৰ অস্তিত্বৰ সংকটৰ সময়। আমি যিমানেই মান.হৰ মাজত প্ৰেম আৰ. ন্যায বিৰাজ কৰিব লাগে ব.লি কাব্যিক আদৰ্শ দাঙি নধৰো কিয়, তথাপি মান.হৰ জীৱন সদায় যে শান্ত নিৰ.পদ্ৰৱ ভাৱে প্ৰবাহিত হব, তাক বৰকৈ আশা কৰা টান। সদায় শান্ত, নিৰ.পদ্ৰৱ জীৱনৰ সপোন দেখা নিৰৰ্থক আৰ. এনেকুৱা জীৱন সদায আশা কৰাটো ম.খামি মাত্ৰ।

সি ভীতি প্ৰদৰ্শন কৰাত মই কোনো উত্তৰ নিদিলো। সি আগবাঢ়ি অহালৈ মই অপেক্ষা কৰিলো। কিন্তু সি বিশেষ একো নকৰি কেৱল চিঞৰিবলৈ ধৰিলে আৰ. তাৰ পিছত হিষ্টিৰিয়া ৰোগীৰ দৰে মাটিত দীঘল হৈ পৰিল। প্ৰতিপক্ষক ভয় দেখ.ৱাবলৈ বা ওচৰে-পাঁজৰে থকা তাৰ বন্ধ.সকলৰ দ.ষ্টি আকৰ্ষণ কৰিবলৈ সি এইবোৰ কাণ্ড কৰিছিল।

মোৰ কাৰণে এইটো একো নতুন অভিজ্ঞতা নহয়। আগতে কেচিণ্ট সকলৰ হাতত মই এবাৰতকৈও বেছিবাৰ প্ৰহৃত হৈছিলো। প্ৰথমবাৰ ১৯২৭ চনত পোলা চহৰত। শেষৰ বাৰ ১৯৪২ চনত ৰোমত—ৰাতি চাৰে দহবজাত মই নাইট স্কুলৰ পৰা উভতি আহোতে। কিন্তু মোৰ ভাগ্য ভাল আছিল, কোনোবাৰেই মই বিশেষ গ.ৰ.তৰ আঘাত পোৱা নাছিলো।

সি তৰ্জন-গৰ্জন কৰিছিল, 'ভীৰু, কাপুৰুষ। কি বিচাৰিছ তই? কি চাইছ?'

'একো চোৱা নাই—' মই কলো, 'তই হে গণ্ডগোল আৰম্ভ কৰিছ। মই মোৰ বাইচাইকেলখন বিচাৰিবলৈ আহিছো।'

সি থিয় হল।

'একো বিচৰা নাই, জহৰা ক'ৰবাৰ। মই তোৰ বাইচাইকেল চুৰি কৰিছো নেকি? তোৰ বাইচাইকেলক মই ভ্ৰূক্ষেপেই নকৰো। জহন্নামে যা।'—এইদৰে সি গালি পাৰিবলৈ ধৰিলে।

মই ধৈৰ্য্য ধৰি থাকিলো। যি কোনো মুহূৰ্ত্তত তাৰ আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰিবলৈ মই সতৰ্ক দৃষ্টি অৱলম্বন কৰিলো। সি যিমান চিঞৰ-বাখৰ কৰি থাকে থাকক।

সি মোক আক্ৰমণ কৰা নাই, কাৰণ তাৰ উদ্দেশ্য হৈছে মানুহ গোট খুওৱাই নিজকে ৰক্ষা কৰা। সি মানুহ গোট খুৱাবৰ কাৰণেহে চিঞৰ-বাখৰ কৰিছিল। কাপুৰুষ সকলৰ পন্থাই এইটো। সিহঁতৰ পাঁচজনৰ বিপক্ষে যেতিয়া এজন থাকে, তেতিয়াহে সিহঁতে আক্ৰমণ কৰে। যি নহওক, মোৰ হাতত যে এখন ছুৰি আছে সেই কথা চোৰটোৱে জানে। পিয়াজা ডেল টিট্ৰো ডি পম্পেত মই মোৰ বাইচাইকেলৰ চেডেলৰ পিছফালে ওলমি থকা ৰচী এডাল ছুৰিৰে কাটি পিলোৱা চোৰহঁতে দেখা পাইছিল। গতিকে সিহঁতে তাক মোৰ হাতত ছুৰি থকা কথাটো নিশ্চয় কৈছে।

তাৰ চিঞৰ-বাখৰ শুনি প্ৰায় দহজনমান চোৰ আৰু আন মানুহ তাত গোট খালে। মই অকলে। গীৰ্জাত আঙঠি চুৰি হোৱা দম্পতিটোক যিদৰে মানুহে আগুৰি ধৰিছিল, সেইদৰে মোকো আগুৰি ধৰিব খুজিছে। পোৰ্টা পোৰ্টেজিৰ চোৰহঁতৰ মাজত দেখা পোৱা পাঁচজন চেঙেলীয়া গুণ্ডাকো মানুহবোৰৰ মাজত মোৰ চকুত পৰিল।

সিহঁতে মোক গালি পাৰিব ধৰিলে: 'গেন্ধেলা। কুকুৰ পোৱালি!'

সিহঁতে মোক সকলো ধৰণৰ পাপ কাৰ্য্যৰ বাবে দায়ী প্ৰতিপন্ন কৰিলে। কিন্তু মই অবিচলিত হৈ মনে মনে থকাত সিহঁত বিবুদ্ধিত পৰিল। গালি পাৰিলেও সহ্য কৰি থকা মানুহক সিহঁতে কি কৰিব। সিহঁতে অৱশ্যে মোক চোৰ আখ্যা নিদিলে, কাৰণ সিহঁত নিজেই চোৰ।

মোক চোৰ আখ্যা দিলে মই 'সাপেহে সাপৰ ঠেং দেখে' বুলি থাটাং উত্তৰ দিলোহেঁতেন।

অৱশেষত মই কলো, 'বন্ধুসকল, মোৰ চুৰি হোৱা বাইচাইকেল ঘূৰাই পাবলৈ মোৰ অধিকাৰ আছে।'

ৰং চাবলৈ অহা এজন মানুহে কলে, 'চুৰি হোৱা বাইচাইকেল বিচাৰি পেনিখোলৈ আহিছে। মুৰ্খ ক'ৰবাৰ।'

এনেকুৱা মানুহবোৰে সাধাৰণতে নিৰ্দোষী মানুহক হায়ৰান কৰিবলৈ ভাল পায়।

'ইয়ালৈ নাহি ভোটেকানলৈ যাব লাগে নেকি ? নে কুইৰিনেলালৈ ?' মই বিদ্ৰূপৰ স্বৰেৰে উত্তৰ দিলো, 'মই সকলো ঠাইতে বিচাৰিছো কিন্তু কাকো বিৰক্ত কৰা নাই, বিৰক্ত কৰাৰ ইচ্ছাও নাই।'

'পালাজো ব্ৰাচ্চিত বিচাৰাগৈ'—উপলুঙা কৰি এজন চোৰে কলে। পালাজো ব্ৰাচ্চি আছিল ফেচিষ্ট সকলৰ হেড কোৱাৰ্টাৰ।

চোৰহঁতৰ এজন আগতে আছিল ফেচিষ্ট বাহিনীৰ গুণ্ডা সৈনিক। 'পালাজো ব্ৰাচ্চি'ৰ নাম উল্লেখ কৰাত সেই কথা তাৰ মনত পৰিল। কিন্তু এতিয়া দিনকাল বদলিছে, সিও আন বেলেগ পাৰ্টিত যোগ দিছে। তথাপিও কিন্তু আগৰ গোঁৱাৰ ভাবটো তাৰ মনৰ পৰা এতিয়াও আঁতৰা নাই। সি মোৰ উদ্দেশ্যে চিঞৰি কলে, 'বাহিৰ হ ফেচিষ্ট ক'ৰবাৰ।'

'ফেচিষ্ট' বুলি আখ্যা দিয়াটো এতিয়া এটা গালিত পৰিণত হৈছে। আন এজনে কলে, 'গুচি যোৱা ইয়াৰপৰা। আমি জানো তুমি ফেচিষ্ট। কুচকাৱাজত তোমাক দেখা পাইছো।'

অসম্ভৱ কথা। কোনো কুচকাৱাজত মই যোগ দিয়া নাছিলো। আগলৈও নিদিওঁ। যেতিয়া কুচকাৱাজবোৰ অনুষ্ঠিত হৈছিল, তেতিয়া মই ৰোমত নাছিলো, আছিলো অল্ট' এডিজৰ মেৰানোত।

সিহঁতে ভাবিলে যে সিহঁতে মোৰ আচল দুৰ্বলতা বাহিৰ কৰিছে। ইতিমধ্যে মানুহো গোট খাই পঞ্চাশজনমান হৈছেগৈ। সিহঁতে কাণ কলা হৈ যোৱাকৈ চিঞৰিছে। কিন্তু মই ধৈৰ্য্য ধৰি শান্তভাৱেই থাকিলো।

'ফেচিষ্ট। মই ফেচিষ্ট ? তোমালোকৰ দৰেই তেনেহলে! ৰোমৰ দহ ভাগৰ ন ভাগেই আছিল ফেচিষ্ট। ফেচিষ্ট হোৱাহেঁতেন মই দেশান্তৰী হব লাগিলহেঁতেন নে ? নে জেল খাব লাগিলহেঁতেন ? মই

যেতিয়া ফেচিবাদৰ বিৰুদ্ধে থিয় দিছিলো, তেতিয়া ফেচিবাদৰ বিৰুদ্ধে কথা কোৱা বিপদজনক আছিল। ফেচিবাদৰ বিৰুদ্ধে এতিয়া কথাৰ মহলা মাৰিলে কি হব, সেই সময়ত যদি তাৰ বিৰুদ্ধে যুঁজ কৰিলাহেঁতেন, তেন্তে এটা কথা আছিল।'

'তুমি? জেলত?' মোৰ মুখৰ সমুখত হাত জোকাৰি এজনে কলে। হাতৰ মুঠি দাঙিছেই, গতিকে ঘোঁচা মাৰিবলৈ আৰু কেই মুহূৰ্ত লাগে। হাতৰ মুঠি দঙাৰ লগে লগে আক্ৰমণকাৰীৰ কব্জি চেপি ধৰাহে কাম। যি হয়, পিছত হব।

কিন্তু মই তাৰ হাতত থাপ মাৰি নধৰিলো। মোৰ শান্ত ভাৱ দেখি আচৰিত হৈ এজনে সুধিলে, 'জেল খটা মানে তুমি কি অৰ্থ কৰিছা? কেতিয়া তুমি জেলত আছিলা? তোমাৰ কথা আমি বিশ্বাস কৰিছো বুলি ভাবিছা নেকি? আমাৰ পিছত লাগিছা কিয়? আমাৰ পিছ লোৱা বাদ দিয়া। তুমি ৰাজনৈতিক মানুহ নহয়। তুমি গুপ্তচৰ, ফেচিষ্ট। ইযাৰপৰা বাহিৰ হৈ যোবা।'

আনবোৰৰ দৰেই বেচেৰাযো ভাবিছিল মই মিছা কথা কোৱা বুলি। সেই কাৰণেই সিহঁতে মোক মাৰিবলৈ উদ্যত হৈছিল। আন এজনে বাহাদুৰি কৰি কলে, 'তুমি ফেচিষ্ট-বিৰোধী? বাজে কথা নকবা। মই আছিলো ফেচিষ্ট-বিৰোধী। মই আছিলো ভিয়া টাচ্চোত।'

কাজিযাখনৰ ধেমেলীযা কৰি তোলাৰ এয়েই সুযোগ। মই ঠাট্টাৰ সুৰত কলো, 'তুমি আছিলা ভিয়া টাচ্চোত? ভিয়া টাচ্চোৰ কোনখিনিত? কেতিয়া? ফুৰিবলৈ গৈছিলা নেকি তালৈ? নিশ্চয় এনেয়ে ফুৰিবলৈ গৈছিলা। নতুবা তুমি জাৰ্মানবোৰৰ লগত সহযোগ কৰিছিলা আৰু সিহঁতৰ সৈন্যৰ ৰান্ধনি হিচাপে কাম কৰিছিলা।'

বোধকৰো মই কোৱা কথা সত্য, অৱশ্যে মই নাজানো। কিন্তু মোৰ কথাই তাৰ মুৰত যেন চেচাঁ পানীহে ঢালি দিলে। সি আগবাঢি আহিল আৰু কলে, 'তাৰ মানে?'

'মই যি কৈছো সেযে। তুমি মোৰ কাগজ-পত্ৰ চাব খোজা নেকি?'

এই সময়তে আন এজনে কলে, 'বাদ দিয়া সেইবোৰ। আচ্ছা, আমি এতিয়া কাগজ-পত্ৰবোৰকে চাওঁ।'

এই কথা শুনি মই অনুভৱ কৰিলো যে মোৰ আৰু ভয়ৰ কাৰণ নাই। মই জেপৰপৰা 'ভেডেটা ৰিপাব্লিকানা'খন উলিয়ালো।

'চোৱা এই কাকতখনত মোৰ এটা প্ৰবন্ধ প্ৰকাশ হৈছে। দেখিছানে? আৰু এই চোৱা মোৰ চহী। এইখন মোৰ চিনাক্তকৰণ কাৰ্ড। দুয়োটা চহী একে নহয়নে? মই মযেই, নহয় জানো?'

সৌভাগ্যক্ৰমে মোৰ জেপত আছিল জেলখানাত দিয়া ৰঙা সৰু বহীটো। জেলখোৱা মানুহক এনেকুৱা বহী এটা দিয়া হয়। মোক আগুৰি ধৰা মানুহবোৰৰ মাজত এতিয়া বিভেদৰ সৃষ্টি হল। মই নিৰাপদ হলো। মোক প্ৰহাৰ কৰিব খোজা সকলে এতিয়া আৰু চিএঞৰ-বাখৰ কৰিবলৈ এৰি দিলে। কাৰণ তাত গোটখোৱা প্ৰায় এশ মানুহৰ বেছি ভাগেই আক্ৰমণোদ্যত গুণ্ডাহঁতক চিনি পায। সিহঁতৰ মাজত বিভিন্ন ধৰণৰ আলোচনা, উপদেশ, ইয়াৰ্কি চলিব ধৰিলে।

'তেওঁক এৰি দিয়া—' কিছুমানে কলে। 'তাক চুচিয়াই বগৰাই দিয়া—' আন এদলে কলে।

'স্বাধীনতা আৰু ন্যায় বিচাৰৰ বেছ জ্ঞান তোমালোকৰ।' মই হাঁহি কলো, 'মই যদি সাধাৰণতন্ত্ৰী বা সমাজবাদী বা কমিউনিষ্ট বা এনাৰ্কিষ্ট নহওঁ, তেন্তে তোমালোকে মোক মৰিয়াই মাৰিবা। ধৰা, মই এনেকুৱা পাৰ্টিৰ মানুহ, যাৰ নাম তোমালোকে শুনা নাই। ধৰিলোৱা, মই শান্তিবাদী পাৰ্টিৰ মানুহ। এই যুদ্ধৰ পিছত কেৱল শান্তিবাদী পাৰ্টিহে দেশত থকা উচিত। সাধাৰণতন্ত্ৰ হয বুজোঁৱা, নহয় শান্তিবাদী —'

'সি আমাৰ ভিতৰত কাজিয়া লগাব খুজিছে। তাক ঘুচিয়াই বগৰাই দিয়া, বগৰাই দিয়া।'—কাজিয়া কৰিব খোজা এজনে কলে।

কিন্তু এই ভীতি প্ৰদৰ্শনৰ পৰা মই শক্তিহে পালো। মই চিঞৰি কলো, 'চুৰি হোৱা বাইচাইকেলৰ সন্ধানত ফুৰা মানুহ এজনে ৰুচিযাত এনে অসভ্যালীৰ সন্মুখীন হব নালাগে।' আচলতে বোধহয় ৰুচিয়াতো এনে ঘটনা ঘটে। তথাপি মই ভিয়া পেনিকোৰ চোৰ-ডকাইতহঁতক কবলৈ ধৰিলো, 'ৰুচিয়াত মানুহে শান্তিৰে বাস কৰে, তাত খোৱা-লোৱাৰ অভাৱ নাই, ৰুচিয়াত চোৰ-ডকাইতো নাই, তাত কোনোবাই চুৰি কৰিলে শাস্তি নোপোৱাকৈ সাৰি যাব নোৱাৰে।' মই আকৌ কলো, 'কিন্তু আমাৰ দেশৰ অৱস্থা এনেকুৱা হৈছেযে ইয়াত সৎ মানুহেও চোৰৰ লগত সহযোগিতা কৰে।'

মই যেতিয়া 'চোৰ' কথাটো উল্লেখ কৰিলো, তেতিয়া তাত থকা পাঁচ-ছয়জন চোৰৰ এজনেও মুখেৰে 'তইৰাম' একো নোকোৱাকৈ মনে মনে থাকিল। বৰং সিহঁতে বাতৰিকাকতখনত প্ৰকাশ হোৱা মোৰ প্ৰবন্ধটোহে মনযোগেৰে পঢ়িবলৈ ধৰিলে।

ঠিক এই সময়তে এজন ৰাজতন্ত্ৰবাদী ভলণ্টিয়াৰক ওচৰ চপা দেখা গ'ল। মাত্ৰ এজন। তাৰ বয়সো কম।

সিও মোকেই কবলৈ ধৰিলে, 'বাহিৰলৈ যাওক, বাহিৰলৈ যাওক।'

এইবুলি কৈ সি মোৰ হাতত ধৰিলে।

জনতাক সম্বোধন কৰি সি কলে, 'এওঁক মই মোৰ লগত লৈ যাম।'

সি মোক বচাবলৈ এইদৰে কৈছিল। কিন্তু মই তাৰ লগত কিয় যাম? মই তাৰ কথাত প্ৰতিবাদ কৰি মোৰ গাত হাত নিদিবলৈ সতৰ্ক কৰি দিলো। কাৰণ মই সাধাৰণতন্ত্ৰী, ৰজাক মই 'থোৰাই কেয়াৰ' কৰো। মোৰ মতে ৰাইজেই ৰজা। ৰজাৰ কাৰণেই আজি দেশৰ এনে দুৰৱস্থা, তেওঁৱেই সকলো অনিষ্টৰ মূল!

ৰাজতন্ত্ৰবাদীজনক মই ধমক দিলো, সিও মোৰ বিৰুদ্ধে বলকি বলকি জনতাৰ মাজত মিলি গ'ল। তাত থকা কিছুমান মানুহে মোক জনতাৰ হাতৰ পৰা উদ্ধাৰ কৰিলে। ইহঁত সাধাৰণতন্ত্ৰবাদী। লাহে লাহে চোৰহঁত আৰু বং চোৱা আন আন মানুহ আঁতৰি গ'ল। লুংগো টেভেৰলৈ আহি মই সাধাৰণতন্ত্ৰীহঁতক মোৰ চিনাক্তকৰণ কাৰ্ড দেখুৱালো। সিহঁতো গুচি গ'ল। চোৰহঁতো গুচি গ'ল ভিয়া পেনিকোত থকা সিহঁতৰ কদৰ্য্য বাসস্থানলৈ। লুংগো টেভেৰত মই তেতিয়া অকলে।

গণ্ডগোলৰ পিছত চোৰহঁতে বিজয়গৰ্বৰে মোক সাৱধানবাণী শুনাই শুনাই গৈছিল যে যদি মই সিহঁত থকা অঞ্চলত মোৰ বাইচাইকেল বিচাৰি ফুৰা কাৰ্য্য অব্যাহত ৰাখো, তেন্তে মোৰ সৰ্বনাশ হব। সিহঁতৰ গুপ্তস্থান যদি মই আৱিষ্কাৰ কৰিব নোৱাৰিলোহেঁতেন, তেন্তে হয়তো মই বাইচাইকেলখন বিচাৰিবলৈ বাদ দিলোহেঁতেন। কিন্তু মই এতিয়া সিহঁতৰ গুপ্তস্থান চিনি পাইছো। পন্ট চেন্ট এংগেলোৰ মুৱাকৈ থিয় হৈ চালে আলিবাটৰ মুৰৰ সোঁহাতেই দেখা যায় সিহঁতৰ গুপ্তস্থান।

মানুহবোৰ গুচি যোৱাৰ পিছত এইবাৰ মই আন এটা কামকে কৰিম বুলি ভাবিলো. পুলিচৰ ওচৰ চপা। পোনতে পুলিচৰ ওচৰলৈ যোৱা কথাটোক মই মূৰ্খামি বুলি ভাবিছিলো। পুলিচৰ প্ৰতি মোৰ ঘৃণা নাই, কিন্তু সিহঁতক মই ভাল নাপাও। সিহঁতক মই বিশ্বাস নকৰো, সহ্য কৰিবও নোৱাৰো। সিহঁতৰ প্ৰতি সদায়ে মোৰ বিৰূপ ধাৰণা। বহু বছৰৰ আগতে মই এবাৰ সিহঁতৰ সংস্পৰ্শ লৈ আহিছিলো আৰু তেতিয়াৰ পৰাই পুলিচৰ প্ৰতি মোৰ এনেকুৱা বিৰূপ মনোভাৱ গঢ়ি উঠিছে। সেযে এতিয়াও মই সিহঁতক ভাল নাপাওঁ। কাৰণ এতিয়া যদিও ইটালীৰ পুলিচ বাহিনীৰ পুনৰ সংগঠনৰ কাম চলি আছে, তথাপি এতিয়াও সিহঁত আগৰ দৰেই দুৰ্নীতি-পৰায়ণ হৈ আছে।

পুলিচৰ সৈতে মই যেতিয়া প্ৰথম সংস্পৰ্শলৈ আহো, তেতিয়া মোৰ বয়স তেইশ বা চৌব্বিশ বছৰ। অন্য এখন চহৰত এটা বিশেষ পৰিস্থিতিত মই পুলিচৰ ওচৰ চাপিছিলো।

তেতিয়া মই গোলন্দাজ বাহিনীৰ অফিচাৰ। ছুটি লৈ গৃহাভিমুখে ৰাওনা হৈছো। আনকোনাত উপস্থিত হৈ তাতেই কিছুসময় ৰ'লো। তাৰপৰা মাৰ্কেটাত থকা মা-দেউতাৰ ওচৰলৈ যাম।

মটৰলৈ অপেক্ষা কৰি আনকোনাত ৰৈ আছো। দুপৰীয়া এখন ৰেস্তোৰাঁলৈ খাবলৈ গ'লো। ৰেস্তোৰাঁখন মিলিটাৰী অফিচাৰেৰে ভৰি আছে। মই তেতিয়াও ক্লান্তত পিন্ধা সামৰিক পোছাকযোৰেই পিন্ধি আছিলো। কাৰো দৃষ্টি সিমানকৈ আকৰ্ষণ কৰা নাছিলো। আন অফিচাৰবোৰৰ পিন্ধনত ধুনীয়া পোছাক, প্ৰসাধনপূৰ্ণ সিহঁতৰ মুখ-মণ্ডল, এচেন্স ঘঁহিবলৈও পাহৰা নাই। প্ৰত্যেকজনে দুজনী তিনিজনী বেশ্যাক লগত লৈ আহাৰ কৰিবৰ ধৰিছে। সেই পৰিবেশত মই নিজকে অলপ 'খাপছাড়া' যেন অনুভৱ কৰিলো।

দুই-এজনে মোৰ কুশল বাৰ্তা সুধিলে, কিন্তু আৰু বিশেষ একো নকৈ পিছ মুহূৰ্ততে খাদ্যত মনোনিবেশ কৰিলে। বেছ উপাদেয় আহাৰ খাইছিল সিহঁতে। বেছিভাগেই মোৰদৰে বিসদৃশ পোছাক পৰিহিত মানুহৰ সংগ এৰাবলৈ আনফালে মুখ ঘূৰাইছিল। মোৰ পোছাক-পৰিচ্ছদৰ অৱস্থা দেখি বেশ্যাহঁতৰো পুতৌ উপজিছিল মোৰ প্ৰতি। এনেকুৱা বিসদৃশ অৱস্থাত মই খুব লৰালৰিকৈ খাবলৈ বহিলো আৰু লৰালৰিৰ মাজতে খোৱা শেষ কৰিলো।

হোটেলৰ ওৱেটাৰজন মোৰ ওচৰত থিয় হৈ আছে খাদ্যৰ দামৰ কাৰণে। এনেতে এজন জ্যেষ্ঠ অফিচাৰ আহাৰ কৰা কোঠালীটোলৈ সোমাই আহিল। সকলোৱে থিয় হ'ল, আনকি বেশ্যাহঁতো। অফিচাৰ-বোৰে অভিবাদন জনালে, বেশ্যাবোৰে মাইকী কুকুৰে যেনেকৈ স্ফূৰ্তিত নেজ জোকাৰে, তেনেকৈ সিহঁতৰ তপিনা জোকাৰিলে। মযো জাপ মাৰি উঠি 'এটেনচন'ৰ ভংগীত থিয় হলো। বোধকৰো ঠিক সেই মুহূৰ্ততে ওৱেটাৰজনে মোৰ হাতৰ পৰা টকাৰ বেগটো সৰকাই নিলে—মই খাদ্যৰ দাম দিম বুলি বেগটো জেপৰ পৰা উলিয়াই হাতত লৈছিলো। মই যেতিয়া বহিলো তেতিয়া দেখিলো যে বেগটো অন্তৰ্হিত হৈছে।

কঁপা হাতেৰে মই বলিযাৰ দৰে মোৰ আটাইবোৰ জেপ তন্ন তন্নকৈ চালো। টেবুলৰ তলত, চকীৰ ওপৰত সকলোতে বিচাৰিলো। মই বেগটো বিচাৰি থকাৰ সময়ত ওৱেটাৰজন কিন্তু নিৰ্বিকাৰ হৈযেই থাকিল। মোৰ সমস্ত শৰীৰৰ তেজ যেন মুখমণ্ডললৈ আহি গোট খালে। মই ওৱেটাৰজনক মোৰ লগে লগে হোটেলৰ মালিকৰ ওচৰলৈ আহিবলৈ কলো। সি কিছু ব্যৱধান ৰাখি মোৰ পিছে পিছে আহিবলৈ ধৰিলে। আহি থাকোতে বোধকৰো সি বেগটো আন এজন ওৱেটাৰৰ হাতলৈ অথবা সেই বেশ্যাবোৰৰ এজনীৰ হাতলৈ চালান দিলে। সেইজনীৰ কাৰণে সি হয়তো পুৰুষ সংগ্ৰহ কৰা কামত নিযুক্ত। মালিকজন মোৰ বেগটো চুৰি হোৱা কথাত অলপো আচৰিত নহল যেন দেখা গ'ল। ঘটনাটোৰ কাৰণে সি বিৰক্তি বোধ কৰিলে আৰু মোক হৈ চৈ কৰিবলৈ হাক দিলে। খাদ্যৰ দাম দিয়া সম্বন্ধে সি মোৰ লগত আৰু পইচা আছে নে নাই সুধিলে। মোৰ হাতত আৰু এটা পইচাও নাছিল। সি মোক মোৰ আঙঠি আৰু ঘড়ী বন্ধক হিচাপে এৰি যাবলৈ কলে।

এই ঘটনাৰ পিছত মই মনত আশা বান্ধি নিকটতম পুলিচ থানালৈ গ'লো। আগতে কৈছো যে তেতিয়ালৈ মই পুলিচৰ কাৰ্য্যকলাপ সম্বন্ধে অৱগত নাছিলো।

তেতিয়া ডেৰ বাজিছিল। পুলিচ এজনে মোক কলে যে চাৰিবজাৰ আগতে সহকাৰী প্ৰধান কৰ্মকৰ্তাজন থানালৈ উভতি নাহে। তেতিয়া মই তাক কলো যে তেনেহলে মই প্ৰধান কৰ্মকৰ্তাকেই দেখা কৰিব খোজো। মই নিজকে কি বুলি ভাবো সি সুধিলে। আকৌ সি সুধিলে, 'হিজ একচেলেন্সী'য়ে যে কাৰো লগত সাক্ষাৎ নকৰে সেই কথা মই নাজানো নেকি? সি গুৰুত্ব দি কলে যে 'হিজ একচেলেন্সী'য়ে যি বিলাক মানুহৰ কেচ খুব সাংঘাতিক ধৰণৰ আৰু জৰুৰী নাইবা তেওঁৰ সহকাৰীজনে যি বিলাক মানুহৰ কেচ তেওঁলৈ হস্তান্তৰ কৰে, সেইবোৰ মানুহকহে সাক্ষাতৰ অনুমতি দিয়ে। মই পুলিচটোক মোৰ কেচটোৰ কথা বুজাই কলো আৰু কলো যে মোৰ বাবে বিষয়টো খুব জৰুৰী।

মোৰ কথা শুনি সি হাঁহিবলৈ ধৰিলে। সি বাৰান্ডাত ইফালৰ পৰা সিফাললৈ খোজ কাটি কাটি মোৰ কথাবোৰ শুনি গৈছিল আৰু ধূমপানৰ সন্ধান কৰিছিল। সেইসময়ত মই অ'কৰাৰ নিচিনা আছিলো বাবে তাৰ উদ্দেশ্যটো বুজা নাছিলো। শেষত সি নিজেই মিঠা মাতেৰে মই তাক এক পেকেট চিগাৰেট দিব পাৰিম নেকি সুধিলে। মোৰ লগত থকা তিনিটা নে চাৰিটা চিগাৰেট তাক দিলো। দিবৰ সময়ত দেখিলো মোৰ ৰূপৰ চিগাৰেট কেচটোৰ ওপৰত তাৰ দৃষ্টি নিবদ্ধ। মই সহকাৰী প্ৰধান কৰ্মকৰ্তা অহালৈ অপেক্ষা কৰিম বুলি কোৱাত সি মোক কোঠালীত বহিবলৈ দিলে।

গাহৰিৰ গৰালৰ দৰে লেতেৰা এটা গাঁত যেন কোঠালীটো। ইটালীৰ সকলো পুলিচ থানা এনেকুৱাই। মোক বহিবলৈ দি পুলিচজনে মোৰ সমুখত অহা-যোৱা কৰি থাকিল। মই দিয়া চিগাৰেট কেইটা শেষ কৰি অৱশেষত মোক সি কঠুৱাভাবে কলে, 'মোৰ পৰা কিছু টকা ধাৰ পাবলৈ আপুনি আশা কৰে নেকি? হুঁ। টকাৰ বেগ হেৰাল। টকাৰ বেগ হেৰাল মানে কি? আপোনাৰ লগত আৰু বেলেগ টকা নাই নেকি? বৰ বেয়া কথা হল! মই আপোনাক এজন মানুহৰ ওচৰলৈ লৈ যাব পাৰো, সি আপোনাক ধাৰলৈ টকা দিব'।

মই তাৰ কথাত প্ৰতিবাদ কৰিলো। সি মোক ঠাট্টা কৰিবলৈ ধৰিলে। সেই সময়ত মোৰ বয়স কম। গতিকে মই তাক কলো যে যুদ্ধৰ সীমান্তৰ পৰা ঘৰলৈ অহা সৎ অফিসাৰ এজনক সাহায্য কৰা পন্থা এইটো নহয়।

মোৰ মন্তব্যত তাৰ খং উঠিল। সি মোক গালি পাৰি মোৰ হাতত ধৰিলে আৰু মোক লেতেৰা ভাঙিপৰা ইটাৰ খটখটিটোৰ মুখলৈ টানি লৈ গ'ল। তেতিয়া মই চৰকাৰৰ ন্যায় প্ৰশাসনৰ বিষয়ে এটি বিৰূপ আৰু কটু মন্তব্য কৰিলো। পুলিচজন আৰু বেছি কৰ্কশ হৈ উঠিল, মোৰ বিৰুদ্ধে ৰিপোৰ্ট কৰিব বুলি মোক ভীতি প্ৰদৰ্শন কৰিলো। মযো খং কৰি তাৰ লগত কথাৰ কটাকটি কৰিলো। তেতিয়া সি ভীতি প্ৰদৰ্শন কৰিবলৈ এৰি সঁচাসঁচিকৈ মোক হাজতত ভৰালে।

ইফালে যেতিয়া এইবোৰ ঘটিবলৈ ধৰিছিল, তেতিয়া সিফালে হোটেলত ওৱেটাৰজনে বোধকৰো মোৰ বেগত পোৱা টকাবোৰ বেশ্যাহঁতৰ সৈতে ভাগ-বাটোৱাৰা কৰিবলৈ ধৰিছিল।

মই যিখন পুলিচ থানালৈ গলো, সেইখনো আন আন পুলিচ থানাৰ দৰেই জঘন্য। প্ৰবেশপথলৈ যোৱা খটখটিটো ঠেক আৰু অন্ধকাৰ। তলৰ মহলাত ভেৰাই দানাৰ পাত্ৰত নাক গুজি টোপনিওৱাৰ দৰে এজন পুলিচে ভৰি দুখন আৰামেৰে মেলি দি ভগা চকী এখনত বহি টোপনিযাই আছে।

মই তাক মোৰ বাইচাইকেলখন ক'ত নিৰাপদে ৰাখিব পাৰিম সুধিলো।

'ইয়াত নহয়।' সি এটা কাঠ হাঁহি মাৰি কলে। পহৰীয়া থকা কোঠালীটোত ৰাখিবলৈও হাক দিলে।

'তেন্তে ক'ত ৰাখিম ?' মই সুধিলো।

'মই কব নোৱাৰো ক'ত ৰাখা। সেইটো তোমাৰ কথা।' সি উত্তৰ দিলে।

সি মোৰ লগত কথা কওঁতে 'তুমি' বুলি মোক সম্বোধন কৰিছিল, যেন আমি বহুদিনীয়া পুৰণি বন্ধুহে! মই অৱশ্যে সেইকাৰণে ক্ষুণ্ণ নহলো, কাৰণ সি বিদ্বেষৰ মনোভাবেৰে মোক তুমি-তামাকৈ মতা নাই,

অজ্ঞতাবশতঃহে তেনেকৈ মাতিছে। 'সেইটো তোমাৰ কথা' বুলি কোৱা মন্তব্যই পুলিচসকলৰ প্ৰধান মনোভাৱ ব্যক্ত কৰিছে। ন্যায়বিচাৰৰ দায়িত্ব যাৰ হাতত আছে, সি কোনো কামকে অনিশ্চয়তাৰ মাজত নাৰাখি খাটাংভাৱে সমাধান কৰিব লাগে। কিন্তু সেই ন্যায়বিচাৰৰ ঠাই পুলিচ থানালৈ গ'লে পুলিচে 'সেইটো তোমাৰ কথা' বুলি কেৱল কৈ দায়িত্বৰ পৰা হাত সাৰিবলৈ বিচাৰে।

ঠেক চোতালখনৰ ফালে চাই মই সুধিলো, 'মোৰ বাইচাইকেলখন ইযাত নিৰাপদে থাকিবনে? তুমি কি ভাবা?'

'মই কব নোৱাৰো' এই বুলি শুষ্ক কণ্ঠেৰে সি আকৌ কলে। পিছ মুহূৰ্ত্তে সি হাত জোকাৰি চিঞৰি কলে, 'লক্ষ্য কৰি থাকিবা। সেইটো তোমাৰ কাম।' (সি তাৰ চাকৰিৰ ভৱিষ্যত সম্বন্ধে সন্দিহান আছিল, সেইকাৰণেই সচৰাচৰতকৈ বেছি কঠুৱা হৈছিল)। মই বাইচাইকেলখন থবলৈ চোতাললৈ গ'লো। কিন্তু ইতিমধ্যে মোৰ পেচাব কৰিব লগাত চোতালৰ এটা চুকলৈ গলোগৈ পেচাব কৰিবৰ কাৰণে। সেই চুকটোৰ বিপৰীতফালে এটা খুটা দেখি তাতেই বাইচাইকেলখন আওজাই থৈ দুটা তলা ভালকৈ মাৰিলো। তাৰপিছত খটখটিৰে উঠি গৈ গেলাৰীৰ দৰে এটা কোঠা পালোগৈ। তাত দহজনমান পুলিচ কাম-কাজ নোহোৱাকৈ এনেযে বহি আছে। সিহঁতৰ মুখ নীৰস, বিষন্ন। সিহঁতে মুখ ক'লা কৰি থকাৰ কাৰণ হৈছে এযে ৹

বৰ্ত্তমান বিশুদ্ধিকৰণ কমিচন আৰু মিত্ৰপক্ষৰ নিযন্ত্ৰণ কমিচন বহিছে। এই পুলিচ কেইজনে জাৰ্মানে দেশ অধিকাৰ কৰা সময়ত পঞ্চাশ লিৰা দৰমহাত 'ঘাতক বাহিনী'ত যোগ দি ঘাতক হিচাপে স্বইচ্ছাই কাম কৰিছিল। এই 'ঘাতক বাহিনী'ৰ কাম আছিল মুক্তি বাহিনীৰ স্বেচ্ছাসেবক, ফেচিবিৰোধী আৰু নাজীবিৰোধী নিৰ্দোষী লোকসকলক হত্যা কৰা।

মই পুলিচ এজনক সুধিলো, 'প্ৰধান কৰ্মকৰ্তা ক'ত আছে?'

সি সচৰাচৰ উত্তৰ দিয়াৰ দৰে বিদ্ৰূপৰ সুৰেৰে উত্তৰ দিলে, 'তেখেত ইয়াত নাই।' তাৰপিছত এজন চাৰ্জেণ্টৰ ফালে চাই সুধিলে, 'চাৰ্জ, এই মানুহজনে কি কব খোজে, আপুনি শুনিব নেকি?'

আন পুলিচ কেইজনতকৈ চাৰ্জেণ্টৰ বদন আৰু বেছি বিষন্ন। মই

কলো, 'মই এটা সাংঘাতিক ঘটনাৰ কথা কবলৈ আহিছো। কেৱল বাইচাইকেল চুৰি হোৱাৰ ঘটনা নহয়, মই চোৰটোক ধৰাৰ পিছত পোনিকোত হোৱা হুলস্থুলৰ বিষযেহে মই কবলৈ আহিছো।'

মোৰ কথাই কেইজনমান পুলিচৰ দৃষ্টি আকৰ্ষণ কৰিলে, কিন্তু চাৰ্জেণ্টজন নিৰ্বিকাৰ হৈযেই থাকিল, যেন মোৰ কথা তাৰ কাণত পৰাই নাই।

ইতিমধ্যে তালৈ আন কিছুমান পুলিচ সোমাই আহিল। সিহঁতে কলে 'হেৰি শুনিছেনে? সিহঁতে আমাৰ ছাল প্ৰায বখলিয়াৱই খুজিছিল।'

মোৰ কাষত ইফালে সিফালে ঘূৰা এজন পুলিচক ঘটনাটো কি মই সুধিলো। এই পুলিচজন বাৰে বাৰে মোৰ ওচৰলৈ অহাৰ উদ্দেশ্য আছিল হযতো আন একো নহলেও অন্তত কেইটামান চিগাৰেটকে পোৱাৰ আশাত।

মই সোধাত সি কলে ' কোনোবা এটা চৰকাৰী বিভাগৰ বৰমূৰীয়াই দুজন পুলিচ পঠাবলৈ ফোন কৰিছিল। কাছাৰীৰ পিযাদাৰ সৈতে এটা উচ্ছেদীকৰণ কেচত যাবৰ কাৰণে পুলিচৰ আবশ্যক হৈছিল, অৰ্থাৎ যাতে বেদখলকাৰীবোৰে পিযাদাজনক মাৰ-ধৰ কৰিব নোৱাৰে, তাৰ বাবে লক্ষ্য ৰাখিবলৈ। পুলিচ দুজন গৈ যেতিয়া এটা ঘৰৰ পৰা বেদখলকাৰীক উচ্ছেদ কৰিবলৈ প্ৰবেশ কৰিলে, তেতিয়া ৰাযতজনে প্ৰতিবাদ কৰি ঘৰৰ খিৰিকীৰে মূৰ উলিযাই বাহিৰলৈ চিঞৰিলে, 'মোক সহায় কৰা, মোক সহায কৰা।'

হাতত লাঠিৰে সজ্জিত হৈ এমখা মানুহ পুলিচ দুজনৰ ফালে দৌৰি আহিল। পুলিচ দুজনে দৌৰি পলাই কোনোমতে আত্মৰক্ষা কৰিলে। পুলিচ দুজন বিপদৰ সমযতো ধৰ্মভীৰু, সেযে সিহঁতে যে মাৰ নোখোৱাকৈ পলাই সাৰিব পাৰিলে তাৰ বাবে সিহঁতৰ দ্ৰুতগামী পদ-যুগলৰ প্ৰতি কৃতজ্ঞ হোৱাতকৈ কৃতজ্ঞতা জনাইছে কাৰ্মেলাইটৰ মেডোনা দেবীক। মেডোনাইহে বোলে সিহঁতক ৰক্ষা কৰিছে, এই কথা সিহঁতে ব্যক্ত কৰিলে।

এই ঘটনাটো সামান্য বাইচাইকেল এখন চুৰি হোবা ঘটনাতকৈ বেছি গুৰুতৰ। মোৰ কথা শুনিবলৈ সিহঁতৰ সময় ক'ত?

কিছুমান ব্যস্ত বিশুদ্ধিকৰণ কমিচনে কৰা অভিযোগবোৰ খণ্ডন কৰা বিবৃতি লেখা কাৰ্যত, আনবোৰ ব্যস্ত মাৰ নোখোৱাকৈ পলাই আহিব পৰা কাৰণে মেডোনাৰ প্ৰতি কৃতজ্ঞতা জনোৱাত। এনেস্থলত মোৰ কথাৰ প্ৰতি কাণ দিবলৈ সিহঁতৰ আজৰি ক'ত? সিহঁতৰ এই কাণ্ড-কাৰখানবোৰে মোৰ মনত থিয়েটাৰত দেখা হাস্যৰসিক নাটকতকৈও বেছি ৰসৰ উদ্ৰেক কৰিলে।

মই মোৰ অপহৃত বাইচাইকেলখনৰ কথা প্ৰায় পাহৰিযেই গৈছিলো আৰু থানাৰ পৰা গুচি আহিবলৈবেই মনস্থ কৰিছিলো। এনেতে আন এজন পুলিচৰ আবিৰ্ভাব হ'ল। সি এক মুহূৰ্তৰ কাৰণে মোৰ চকুলৈ চালে আৰু তাৰপিছত বন্ধুৰ দৰে মোৰ কান্ধত তাৰ হাত ৰাখিলে।

মই ভাবিলো সি নিশ্চয় চোৰটোক গ্ৰেপ্তাৰ কৰিছে আৰু বাইচাই-কেলখনো উদ্ধাৰ কৰিছে! অৱশ্যে মোৰ ভাবনা সন্দেহপূৰ্ণ আছিল।

নাই, একো কৰা নাই। মই আগতে কাম কৰা পিযাজা ডি আৰ্মি জিলাৰ ভূতপূৰ্ব ৰাজনৈতিক মহকুমাত সি পুলিচৰ এজেণ্ট হিচাপে কাম কৰিছিল। সেই সময়ত তাৰ কাম আছিল মোৰ পিছে পিছে ছাঁৰ দৰে ঘূৰি ফুৰা। সি মোক চিনি পালে। বোধকৰো সি মোৰ পৰা কিবা পাবলৈ বিচাৰিছিল।

'কি হল?' মই আচৰিত হোৱা যেন দেখুৱাই সুধিলো।

'মোক চিনি পোৱা নাই জানো, প্ৰফেচাৰ? বছৰৰ পিছত বছৰ মই আপোনাৰ পিছে পিছে ছাঁৰ দৰে ঘূৰি ফুৰিছিলো। আপুনি আজিকালি নিশ্চয় এজন গণ্যমান্য ব্যক্তি হৈছে। আপোনাৰ দৰে দুৰ্ঘোৰ ফেচি-বিৰোধী লোক এজন বৰ্তমান সময়ত গণ্যমান্য হৈ নুঠাৰ কাৰণ নাই। আপোনাৰ কাৰণে মই যে কিমান শীত আৰু বৰষুণ সহ্য কৰিব লগাত পৰিছিলো! কিমানে মোক সতৰ্ক হৈ চলিবলৈ উপদেশ দিছিল। মই জানো, আপুনি আজিকালি ডাঙৰ মানুহ। ইয়ালৈ কেলেই আহিছে? ফেচিবাদৰ ৰাজত্বৰ সময়ত মোৰ প্ৰতি আদেশ আছিল আপুনি কেতিয়া ঘৰৰ পৰা ওলাই যায় আৰু কেতিয়া ঘূৰি আহে, সেই কথা ৰিপোৰ্ট কৰাৰ। আপুনি ফেচিবাদৰ শত্ৰু আৰু দুৰ্দ্ধৰ্ষ অন্তৰ্ঘাতী হিচাপে পৰিগণিত হৈছিল। নিৰ্বাসনত থকা লোকসকলৰ সৈতে আপোনাৰ যোগাযোগ আছিল। আপুনি নিশ্চয় এতিয়া ক্ষমতাত

অধিষ্ঠিত। আপুনি ইচ্ছা কৰিলে আমাক যথেষ্ট সহায় কৰিব পাৰে। আমি দুখীয়া পুলিচ। আমাৰ দুৰৱস্থা চাওক, কেনেধৰণে আমাৰ লটিঘটি হৈছে, চাওক। আমাৰ প্ৰতি কাৰো দয়া-মৰম নাই। দুই নাৱত দুই ভৰি আমাৰ। আমাক সহায় কৰক। কিন্তু আপুনি ইয়ালৈ আহিছে কিয়? আপোনাৰ বাইচাইকেল চুৰি হৈছে? কোনখন? নীলা ৰঙৰখন নে এলুমিনিয়ামেৰে তৈয়াৰীখন?

মোৰ বাইচাইকেল কেইখনো তাৰ ভালদৰে পৰিচিত আছিল। পুলিচে ইচ্ছা কৰিলে যি কোনো বস্তুকে বিচাৰি উলিয়াব পাৰে। পুলিচবোৰে এতিয়া মোৰ কাহিনীত বেছ মনোযোগ দিলে আৰু অৰ্দ্ধচন্দ্ৰাকৃতি হৈ মোৰ চাৰিওফালে গোটখালে। মই পুনৰ কেনেকৈ মোৰ বাইচাইকেল-খন চুৰি হল, সেই কাহিনীটো সিহঁতক শুনাব লগাত পৰিলো। মই সাবধানে বাচি বাচি শব্দ প্ৰয়োগ কৰিলো যাতে মুখহঁতে চুৰিৰ বৰ্ণনা কৰাত আনতকৈ মোৰ দক্ষতা কম বুলি নাভাবে।

ফেচিষ্টসকলে মোক সাংঘাতিক বিৰুদ্ধবাদী গণ্য কৰি তীক্ষ্ণ নজৰত ৰাখিছিল বুলি জানি পুলিচহঁতে সঁচাকৈয়ে ভাবিলে মই হয়তো সিহঁতৰ কল্যাণৰ কাৰণে কিবা কৰিম। এই ফেচি-বিৰোধী যুগত মই যে 'হোমৰা-চোমৰা' কিবা এটা হৈছো, সেই কথা সিহঁতে গভীৰভাৱে বিশ্বাস কৰিলে। মই লক্ষ্য কৰিলো সিহঁতৰ কিছুমানে সন্দেহ কৰিছে যে মই কিবা তদন্তত হে আহিছো, বাইচাইকেল চুৰি হোৱা কথাটো এটা অচিলাহে মাত্ৰ। পুলিচ চাৰ্জেণ্টজনে হিপ্পোপটেমাচৰ দৰে গতিত তাৰ সৰু চকুদুটা পিৰিকিয়াবলৈ ধৰিলে আৰু কপাল কোচ খুৱালে।

'আ! পাপ্পা! আমি তাক চিনি পাওঁ।'—সি এজন পুলিচৰ ফালে চাই কলে।

'সিয়েই—' আন এজনে চকুটিপি পাপ্পাৰ সম্পৰ্কে মই নজনা কিবা কথা বা তাৰ অসভ্যালী সম্বন্ধে ইংগিত কৰিলে। অন্য এজন পুলিচে তাৰ পিঠিত খুচি দিলে মনে মনে থাকিবলৈ সংকেত দি।

সেই ইংগিতৰ পৰা মই উপলব্ধি কৰিলো যে পুলিচহঁতে ৰোমৰ আটাইবোৰ চোৰকে জানে, গতিকে চোৰহঁতক বিপদত পেলাব নোখোজে, বৰং সহায়কাৰী প্ৰতিবেশীৰ দৰেহে থাকিবলৈ বিচাৰে। চোৰ কোনবোৰ, সিহঁতৰ নাম কি, সিহঁত ক'ত থাকে আৰু বৰ্তমান এই আতংকৰ

যুগত সিহঁত কি কামত ব্ৰতী—এইবোৰ কথা পুলিচহঁতে সাহায্যপ্ৰাৰ্থী মানুহৰ আগত কেতিয়াও ব্যক্ত নকৰে। ইটালীত বৰ্তমান আতংকৰ ৰাজত্ব, শান্তি কি কস্তু মানুহে পাহৰিবযেই গৈছে। আনহাতে পুলিচে কাকো গ্ৰেপ্তাৰ কৰিব নোখোজে।

এই সময়তে বাঁওফালৰ সৰু দুৱাৰখনেৰে এজন চুটি-চাপৰ মানুহ ভিতৰলৈ সোমাই আহিল। তেওঁক মোতকৈ বেছি উদ্বেগপূৰ্ণ যেন দেখা গ'ল। মই নোসোধাকৈযে তেওঁ মোক তেওঁৰ উদ্বেগৰ কাৰণ কলে আৰু মোৰ উপস্থিতিতে পুলিচৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰিলে। তেওঁ কলে যে ভিয়া ডেল এনিমা পিযাজা নাভোনা অঞ্চলত থকা ঘৰ এটাৰ তেওঁ মালিক।

পিযাজা ডেলা চিযেচা ডি চান্টা মাৰিযালৈ যোবা ঠেক আলিবাট এটাৰ দাঁতিত ঘৰটো অৱস্থিত। ঘৰটো পিযেট্ৰো ডা কৰ্টোনা নামৰ স্থপতি-জনে তৈযাৰ কৰা স্থাপত্যবিদ্যাৰ সুন্দৰ নিদৰ্শন। মানুহজনে ঘৰটোৰ বিভিন্ন মহলা সং (বা দেখাত সং) মানুহক ভাৰালৈ দিছিল। জাৰ্মানে দেশ অধিকাৰ কৰা সময়ত কিছুমান ভাৰাটীযা গুচি গৈছিল, বাকীবোৰ তাতেই আছিল। গুচিনোযোবা ভাৰাটীযাবোৰে গুচি যোবা ভাৰাটীযা-বোৰৰ মহলা আৰু কোঠালীবোৰ মইমতীযাভাবে দুৱাৰৰ তলা ভাঙি অধিকাৰ কৰি ললে। তাত থকা চকী-মেজ আৰু গৃহস্থালিৰ অন্যান্য বস্তুবোৰ ভঁৰাল ঘৰলৈ আঁতৰাই সিহঁতে নিজৰ কদৰ্য্য পুৰণি খাট কিছুমান কোঠালীবোৰত ভৰালে। এতিযা সিহঁতে ঘন্টা হিচাপে সেই কোঠালীবোৰ বেশ্যা আৰু সৈন্যসকলক ভাৰালৈ দিযে। অৰ্থাৎ এতিযা সিহঁতে প্ৰাইভেট ঘৰটোক ৰাজহুৱা মিলনস্থানত পৰিণত কৰিছে।

দগাবাজ বুঢ়া এজনে ব্যবসায, খোৱা-লোৱা, কাপোৰ-কানি আৰু ছোৱালীহঁতৰ পাওনা সম্বন্ধে তদাৰক কৰে। স্বাভাৱিকতে ঘৰৰ মালিকে এইবোৰ ভালপোৱা নাই। তেওঁ যে কেবাবাৰো পুলিচক হস্তক্ষেপ কৰিবলৈ অনুৰোধ কৰিছে—এই কথাও ওলাল।

পুলিচে যিমান পাৰে সিমান দিন কামটো পিচুৱাই থলে। অৱশেষত তেওঁ আহিছে পুলিচ থানালৈ, দুজনমান পুলিচ লৈ যাবৰ কাৰণে যাতে বেশ্যাবোৰক আৰু বুঢ়াজনক উচ্ছেদকৰা কাৰ্য্যত সিহঁতে তেওঁক সহায় কৰিব পাৰে। এই উচ্ছেদকাৰ্য্য বৰ আমোদজনক হলহেঁতেন, কিযনো

যিবিলাক সৈন্যই বেশ্যাহঁতক ৰক্ষিতা হিচাপে ৰাখিছে, সিহঁতৰ কাৰণে উচ্ছেদকৰণ মনঃপূত নহয়। পুলিচৰ হস্তক্ষেপ সেয়ে অতিশয় আৱশ্যক হৈ উঠিছিল। কিন্তু পুলিচৰ কৰ্মকৰ্তা বাহিৰলৈ যোৱা কাৰণে ঘৰৰ মালিকে তেওঁ অহালৈ অপেক্ষা কৰিবলগীয়া হৈছে।

অপেক্ষা কৰা কামটো সদায় দীঘলীয়া আৰু বিৰক্তি উৎপাদক। সময় তেতিয়া স্তব্ধ হৈ থিয় হৈ থকা যেন লাগে। আনসময়ত ঘণ্টাৰ পিছত ঘণ্টাবোৰ পাৰ হৈ যায় ধূমকেতুৰ দৰে গতিত। আমি লক্ষ্য নকৰাকৈ বা বিশেষ অনুভৱ নকৰাকৈ সিহঁত পাৰ হৈ যায়। কিন্তু কিবা কামৰ বিলম্বতা যদি দীৰ্ঘ হয়, বিশেষকৈ পুলিচ কৰ্মচাৰীহঁতৰ বৈঠকখানা আৰু বাৰাণ্ডাত কটাবলগীয়াৰ দৰে দীৰ্ঘ আৰু বিলম্ব, তেন্তে সি অনন্তকাল যেন অনুমান হয়। সময় যেন স্থাণু হৈ গৈছে, তাৰ অনন্ত-কালৰ ৰথৰ চকা যেন মন্ত্ৰপূত হৈ থিয় দি আছে,—এনে লাগে। আগতে অৱশ নহলেও অপেক্ষা কৰিথকা সময়ছোৱাত মানুহৰ স্নায়ু অবশ হৈ পৰে। তাৰোপৰি পুলিচ থানালৈ আহিলেই মানুহে মনৰ প্ৰশান্তি হেৰুৱায়। কাৰণ মানুহ থানালৈ যায় হয় চমন পালে, নহয় কিবা অভিযোগ জনাবলৈ আৰু আচামীৰ বিৰুদ্ধে সহায় বিচাৰি। চমন পাই গ'লে মনত নানা ধৰণৰ সন্দেহে খুদুৱায়, হেজাৰ কাল্পনিক অপৰাধৰ ভাবনাই মন ভাৰাক্ৰান্ত কৰি তোলে, অভিযোগ জনাবলৈ গ'লেও মনত উত্তেজনাৰ ভাব এটা অনবৰত থাকে।

ওপৰোক্ত মানুহজনেও স্নায়বিক উত্তেজনাত ভুগিছিল, মোৰ লগত কথা-বতৰা পাতি সেই উত্তেজনাৰ ভাব কিছু প্ৰশমন কৰিছিল। তেওঁ ইতিমধ্যে তিনিবাৰ কাহিনীটো ঘূৰাই-পকাই কৈছিল। সঁজাত থকা মইনা চৰায়ে যেনেকৈ একে কথাকে কৈ থাকে, তেনেকৈ তেৰোঁ একেটা কথাকে কৈ আছিল। তেওঁৰ কথাত মাজে মাজে আউল লাগিবলৈ ধৰিলে।

প্ৰথমে মই তেওঁৰ কথাত সিমান মনোযোগ দিয়া নাছিলো। শেষত তেওঁৰ কথা মই মনপূতি শুনিবলৈ ধৰিলো, বিশেষকৈ যেতিয়া তেওঁৰ লগত কাজিয়া কৰিবলৈ ৰাস্তালৈ ওলাই অহা অৰ্দ্ধনগ্না বেশ্যা এজনীৰ কথা তেওঁ বৰ্ণনা কৰিলে।

আন এজনী বেশ্যাই হেনো চাৰি মহলাৰ ওপৰৰ পৰা তেওঁ

আলিবাটত থিয় দি থকা সময়ত তেওঁৰ মূৰত এবাল্টি লেতেৰা পানী ঢালি দিবলৈ চেষ্টা কৰিছিল। তাই আকৌ তেওঁক ভেঙুচালিও কৰিছিল। এইবিলাক ঘটনাৰ কথা তেওঁ কলে। তেওঁ কলে যে তেওঁৰ দুজনী জীয়েক আছে। এজনীয়ে এইবোৰ বুজিব পৰা হোৱা নাই, কিন্তু আনজনী এতিয়াও নাবালিকা যদিও, বুজিব পৰা হৈছে। নৈতিকতাৰ আৰু জীয়েক দুজনীৰ হকে তেওঁ এনেকুৱা গ্লানিকৰ অৱস্থাৰ অৱসান ঘটাব বিচাৰে। ইয়াৰ ওপৰি বদমাচ বুঢাজনে ঘৰৰ ভাৰাও দিয়া নাই। আগৰ ভাৰাটীয়াবোৰেও ভাৰা নিদিয়াকৈ গুচি গৈছে। তেওঁ ঠাট্টা আৰু উপহাসৰ পাত্ৰ হৈছে।

'অপমান আৰু লোকচান'—তেওঁ উত্তেজিত হৈ বাৰে বাৰে দোহাৰিব ধৰিলে।

'আপুনি ইয়াত কি কৰিছে?—হঠাৎ তেওঁ সুধিলে।

মই যে এলুমিনিয়ামৰ বাইচাইকেলখন চুৰি হোৱাৰ কাৰণে তালৈ আহিছো, সেই কথা তেওঁক কলো।

'এখন বাইচাইকেল? ৰোমত প্ৰতিদিনে চাৰি-পাঁচশ বাইচাইকেল চুৰি হয়!'

মই বাইচাইকেল চুৰিৰ কথা কৈ যেন জ্বলা জুইত ঘিউহে ঢালিলো। মানুহজনে পুলিচৰ বিৰুদ্ধে বিষোদগাৰ কৰিবলৈ ধৰিলে। মই কলো যে বাইচাইকেল চুৰি কৰা কাৰ্য্যটোত বাধা দিবৰ কাৰণে পুলিচৰ হয়তো বিশেষ দল নাই।

তেওঁ আকৌ কবলৈ ধৰিলে। পুলিচবোৰ আৰু সিহঁতৰ অফিচাৰবোৰ বৰ নীচ প্ৰকৃতিৰ। মহ-ডাঁহৰ নিচিনাকৈ সিহঁতে মানুহৰ তেজ পিয়ে। এইদৰেই সিহঁত ধনী হয়। মানুহৰ তেজ খুৱাই সিহঁতে ল'ৰা-ছোৱালীক পোহপাল দিয়ে। এইদৰে টকাপইচা গোটাই কিছুমানে চাকৰি এৰি দি খেতি-বাতিত লাগেগৈ। সিহঁতৰ স্বভাৱ বৰ কুৎসিৎ। সিহঁত অবিবেচক আৰু কৰ্কশ। মানুহক দিগদাৰ দিও সিহঁতে বিবেকদংশনত নোভোগে। মানুহৰ দুখ-কষ্টৰ কথাত সিহঁতৰ হাঁহিহে উঠে। যেতিয়া বিচাৰকৰ আগত মানুহে চকুপানী টুকি অভিযোগ বৰ্ণনা কৰে, তেতিয়া পুলিচহঁতে হাঁহে।

এইবোৰ কওঁতে তেওঁ নিজকে পাহৰি গৈছিল। শেষত কলে,

'গতিকে বুজেছিহই, মই কিমান অনিচ্ছাস্বত্বেও পুলিচৰ সাহায্য ভিক্ষা কৰিবলগীয়া হৈছো।'

মই মানুহজনৰ অস্থিৰতাৰ ভাবটো লক্ষ্য কৰি তেওঁৰ মনত সান্ত্বনা দিবৰ বাবে কলো, 'টিজিঅ'ৰ নিচিনা মানুহেই ঠিক কাম কৰিছে। টিজিঅ' বাপকা বেটা। গুণ্ডামী নকৰিলে যিহেতু কাম নিসিজে তেনেস্থলত গুণ্ডামীৰ আশ্রয় লবই লাগিব। টিজিঅ'ই ঠিক কামেই কৰিছিল। সি অৱশ্যে ভাগ্যবান আছিল। কাৰণ তাৰ বন্ধুবান্ধৱ ইষ্ট-কুটুম্ব ঢেৰ আছিল। ধন-সম্পত্তি আৰু প্ৰভাৱশালী ইষ্ট-কুটুম্ব দুয়োটাই তাৰ আছিল। ইটালীত আপুনি কেৱল বুদ্ধিবৃত্তিৰ দ্বাৰা উন্নতি কৰিব নোৱাৰে, বুদ্ধিবৃত্তিৰ প্ৰকৃত অৰ্থ হৈছে দয়া-ধৰম আৰু নৈতিক সাধুতা। ইটালীত বুদ্ধিবৃত্তি আৰু প্ৰতিভাই মানুহৰ জীৱন অসুখী কৰি তোলে বুলিহে গণ্য কৰা হয়।'

'এৰা, গুণ্ডামীৰ জৰিযতে সকলো কাম সিজে—' মানুহজনে উত্তৰ দিলে।

ইয়াৰ পিছতে পুলিচৰ মুখ্য বিষয়াৰ লগত সাক্ষাৎ কৰিবলৈ তেওঁক অনুমতি দিয়া হল।

বৰ চাহাবে চিৰাচৰিত পন্থাৰে কান্ধ জোকাৰি তেওঁ যে মানুহজনৰ কাৰণে বিশেষ একো কৰিব নোৱাৰে, তাৰেই স্পষ্ট ইংগিত দিলে। সাক্ষাৎ প্ৰসংগ দহ মিনিটৰ ভিতৰতে শেষ হল। দুগুণ খঙৰে দপদপাই মানুহ-জন বৰ চাহাবৰ কোঠালীৰ পৰা ওলাই আহিল। তেওঁ খঙত ইমান তীব্ৰভাৱে জ্বলি উঠিছিল যে যোৱাৰ সময়ত মোক মাত লগাই যাব-লৈকেও পাহৰিলে।

এইবাৰ মোৰ সাক্ষাতৰ পাল পৰাত মই বৰচাহাবৰ আগত বাই-চাইকেল চুৰিৰ কথাটো কলো। তাৰোপৰি চোৰহঁতৰ টিঘিলঘিলনি আৰু সৎ মানুহৰ ওপৰত আক্ৰমণৰ কথাও বিবৰি কলো। মই নিজৰ অশেষ চেষ্টাৰ ফলত কেনেকৈ বাইচাইকেল চোৰটোক বিচাৰি উলিযাব পাৰিছো, সেইকথাও কলো।

বৰ চাহাবে পাম্পাক পুলিচ থানালৈ মাতি অনাটোৱেই ভাল হব বুলি মোক কলে। তাক থানালৈ মাতি আনিলেই বা কি হব? পাম্পা অকলে কেতিয়াও থানালৈ নাহিব। কাৰণ তাৰ দলৰ কাৰণে ই হব

এক জৰুৰীকালীন অৱস্থা। গতিকে সি তাৰ দলৰ অন্যান্য চোৰহঁতকো লগত লৈ হে থানালৈ আহিব।

আচ্ছা, যদি পাম্পা আৰু মই দুয়ো থানাত মুখামুখি হওঁ, তেন্তে কি হব?

পাম্পাই যে মোৰ বাইচাইকেলখন চুৰি কৰিছে আৰু মই তাক চিনিব পাৰিছো, সেই কথা মই গুৰুত্ব দি ক'ম। পাম্পাই মোৰ অভিযোগ তৎক্ষণাৎ অস্বীকাৰ কৰিব। তাৰ দলৰ মানুহৰ হতুৱাই সি মিছা সাক্ষী থিয় কৰাব আৰু বাইচাইকেলখন চুৰি হোৱাৰ দিনা সি ঘটনাস্থলীতেই নাছিল বুলি প্ৰমাণ কৰিব। তাৰ এই সাক্ষী আৰু প্ৰমাণৰ বিৰুদ্ধে মই কি সাক্ষী আৰু প্ৰমাণ দিম? একোকে দিব নোৱাৰিম!

পৰহি আৰু কালি মই চোৰহঁতৰ কাৰ্য্যকলাপ আৰু সিহঁত বাস কৰা অঞ্চলটো ভালদৰে পৰ্য্যৱেক্ষণ কৰি উপলব্ধি কৰিছো যে মোৰ হৈ সিহঁতৰ বিপক্ষে সাক্ষী দিয়া মানুহ সেই অঞ্চলত এটাও নোলাব। মই জোতাৰ ৰং বেচা দোকানীজনকো সুধি চাইছিলো। সি হেনো চোৰটোক দেখাকে পোৱা নাছিল, এইবুলি মোৰ আগত আসৈ মাতিলে। গতিকে তাক যদি মই মোৰ সাক্ষী হিচাপে দিও, তেন্তে সি চোৰটোক চিনি নাপাওঁ বুলিয়েই কব।

সি যে প্ৰকৃততে চোৰটোক চিনি নাপায়, এই কথা সন্দেহজনক। কাৰণ মই চোৰটোলৈ আঙুলিয়াই কৈছিলো, 'সৌ চোৰটোৰ মুখখনলৈ চাওক। ৰব, মই বাইচাইকেলখন দোকানৰ ভিতৰলৈ লৈ আহো।'

সেই সৰু চ'কটোৰ প্ৰত্যেকজন মানুহেই বাইচাইকেলখন চুৰি কৰি পলোৱা চোৰটোক দেখা পাইছিল।

হঠাতে এটা কথা মোৰ মনত পৰিল। প্ৰথমে কথাটোত মই বৰ গুৰুত্ব দিয়া নাছিলো। এতিয়া বেছ গুৰুত্বপূৰ্ণ যেন লাগিছে। বাইচাইকেলখন চুৰি হোৱাৰ পিছত মই যেতিয়া চিঞৰ-বাখৰ কৰিছিলো, তেতিয়া এজনী আলৰ বুঢ়ীয়ে কঁপি থকা হাত তুলি আঙুলি দেখুৱাই কৈছিল, 'সোঁফালে বিচৰা।'

মই ভাবিছিলো বুঢ়ীয়ে পিয়াজা ডেল মণ্টৰ ফালে আঙুলিয়াইছে, আচলতে তাই পাম্পাৰ পুৰণি আচবাবৰ সৰু দোকানখনলৈহে আঙুলিয়াই দিছিল।

আচ্ছা, তেন্তে এতিয়া মই কি কৰো? ঘূৰি গৈ বুঢ়ীজনীকে বিচাৰো গৈ নেকি? কিন্তু আনহাতে এই বুঢ়ীবোৰে পুলিচৰ আগত কথা কবলৈকে ভয় কৰে। এইটো সাধাৰণ অভিজ্ঞতাৰ কথা। অলপ বতাহতে বুঢ়ীহঁতৰ শৰীৰত কঁপনি উঠে। বুঢ়ীহঁতৰ কাৰ্য্যকলাপ হৈ পৰে কাছৰ দৰে। অলপমান বতাহ দেহত লাগিলেই বুঢ়ীহঁত কোঁচ-মোচ খাই পৰে আৰু ভয়তে চকু মুদি দিয়ে। গতিকে বুঢ়ীক সাক্ষী মনাটোও নিৰৰ্থক।

বাইচাইকেলখন চুৰি হোৱাৰ সময়ত তাত থকা আন কোনো মোক সমৰ্থন কৰি সাক্ষী দিব বাৰু? গাৰোৱানবোৰে? নাই, সিহঁতেও মোক সমৰ্থন নকৰিব। কাৰণ সিহঁতৰ তেনেকুৱা ইচ্ছা থাকিলে চুৰি হোৱাৰ সময়ত মোক কব পাৰিলেহেঁতেন যে পুৰণি আচবাবপত্ৰৰ সৰু দোকানখনৰ মেনেজাৰ পাপ্পাই মোৰ বাইচাইকেলখন চুৰি কৰিছে। সিহঁতে তাক ভালদৰে চিনি পায়। কাৰণ গাৰোৱানহঁতৰ গাড়ী, ঘোঁৰা ইত্যাদি ৰখা ঠাইবোৰ চোৰহঁতৰ স্থায়ী বাসস্থান ভিয়া ডেল মটোনাৰ্ট' নামৰ ৰাস্তাতে অৱস্থিত। চোৰহঁতৰ লগত সিহঁতৰ সংযোগ আছে। গতিকে মোৰ সপক্ষে সাক্ষী দিবলৈ কোনো নোলাব।

পুলিচে থানালৈ পাপ্পাক মাতি আনিলে কি ঘটিব, সেইটো সহজেই অনুমেয়। পুলিচৰ আগত পাপ্পাই খুউঠা যেন ভাও ধৰিব। পুলিচ কৰ্মচাৰীৰে গালি-শপনি পাৰিবলৈ তাক বাধা দি মই তাক চোৰ বুলি অভিযুক্ত কৰা কাৰণে মোৰ বিৰুদ্ধে আইনৰ আশ্ৰয় লবলৈ কব। তাৰ-পিছত মই পুলিচথানা ত্যাগ কৰি গুচি আহিব লাগিব।

তাৰপিছত?

পুলিচ-থানাৰ সমুখত অপেক্ষা কৰি থকা পাপ্পাৰ বন্ধুহঁতে মোক আক্ৰমণ কৰিব। বাইচাইকেল এখনৰ কাৰণে দেহা ঘূণীয়া কৰাৰ কোনো অৰ্থ নাই।

পুলিচৰ বৰ চাহাবে পাপ্পাৰ গতিবিধি অনুসৰণ কৰিবলৈ তেওঁৰ তলতীয়া কোনো পুলিচক আদেশ নিদিয়ে নাইবা মোক সাহায্য কৰিবলৈ কোনো পুলিচ মোৰ লগত নিদিয়ে। গতিকে কি কৰা যায়? তুমি যদি বৰচাহাবক কোৱা যে ভিয়া ডেল মটোনাৰ্ট'ত চোৰহঁতৰ আড্ডা আৰু চুৰি কৰা বাইচাইকেলবোৰ ৰখা স্থান তুমি দেখুৱাই দিব পাৰা, তেতিয়াও

তেওঁ চোৰক গ্ৰেপ্তাৰ নকৰে নাইবা অনুসন্ধান নচলায়। তেওঁ আৰু, তেওঁৰ পুলিচবোৰে ভিয়া ডেল মটোনাট'ত কি ঘটিবলৈ ধৰিছে, চোৰহঁতৰ কাৰ্য্যকলাপ ইত্যাদি সম্বন্ধে নিশ্চয় তোমাতকৈ ভালদৰে জানে। তথাপি পুলিচে তোমাৰ কাৰণে একো কাম হাতত নলয়। হনুমন্তই নেজৰ জুই নিজৰ মুখেৰে নুমোৱাৰ দৰে তুমিও তোমাৰ বাইচাইকেল নিজে উদ্ধাৰ কৰিব লাগিব। পুলিচৰ মনোভাৱ এনেকুৱাই।

পাম্পাক পুলিচ থানালৈ মাতি আনিবলৈ বৰ চাহাবে কৰা প্ৰস্তাৱটোৰ পৰা মোৰ অপকাৰ হে হব, বাইচাইকেলখন বিচাৰি উলিওৱা কামত তাৰ পৰা নানা অসুবিধাৰ সৃষ্টি হব। তাক প্ৰকাশ্যে চোৰ বুলি অভিযুক্ত কৰাৰ ফলত চোৰহঁতে মোৰ প্ৰতি তীব্ৰ বিদ্বেষৰ ভাৱ পোষণ কৰিবলৈ লব আৰু মযো মিছামিছিকৈ বিপদ ওচৰ চপাই অনাহে হব।

এইদৰে ভাবিচিন্তি মই বৰচাহাবৰ হাতত অৰ্পণ কৰা ৰিপোৰ্টটোত অলপ ভুল হৈছে বুলি ঘূৰাই আনিলো। ৰিপোৰ্টৰ পৰা মই চোৰটোৰ নামটো কাটি দিলো। পুলিচে এতিয়া হয়তো সিহঁতৰ নিজা গুপ্ত বাতৰি অনুসৰি পাম্পাক গ্ৰেপ্তাৰ কৰিব পাৰে (দুজন পুলিচে ইতিমধ্যেই কৈছে যে পাম্পাক চোৰ বুলি সিহঁতে জানে) নাইবা অন্যান্য অসংখ্য বাইচাইকেল চুৰিৰ ৰিপোৰ্টৰ ফাইলত মোৰ ৰিপোৰ্টটোও পেলাই থব পাৰে।

হঠাৎ মই জেপৰ পৰা ঘড়ীটো উলিয়াই চাই কপালত হাত থৈ কিমযেৰে কলো, 'এটা কথা মই একেবাৰে পাহৰি গৈছিলো। চাৰে বাৰবজাত মই 'সাদিনীয়া অৰোৰা' কাৰ্য্যালয়লৈ যোৱাৰ কথা আছিল। এতিয়া বাৰ বাজি পোন্ধৰ মিনিট গ'লেই।' এইবুলি কৈ মই লৰালৰিকৈ বাহিৰলৈ ওলাই আহিলো।

মই নামি যাবলৈ খটখটিৰ ওচৰ পাওঁতে এজন ডেকা পুলিচ মোৰ ওচৰ চাপিল। মোৰ বাইচাইকেল চুৰিৰ ঘটনাটো সি আন পুলিচবোৰতকৈ বেছি আগ্ৰহ আৰু উৎকণ্ঠাৰে শুনি থকা মই দেখিছিলো। অৱশ্যে সি এটা কথাও নোকোৱাকৈ মনে মনে আছিল। সি শ্ৰদ্ধামিশ্ৰিত তোষামোদেৰে মোক কলে :

'মোৰ প্ৰতি অলপ অনুগ্ৰহ দেখুৱাবনে?'

'কি অনুগ্ৰহ কৰিব লাগে তাকে আগতে কোৱাছোন। তাৰপিছত দেখা যাব কি কৰিব পাৰো।'

'বলক, আমি খটখটিতে কথা-বতৰা পাতিম।'

তাৰ মতলব কি বুজিব নোৱাৰি মই তাৰ ফালে আচৰিত হৈ চালো। সি মোক কলে, সি যে মোৰ সৈতে কথা-বতৰা পাতিছে, সেইটো যাতে তাৰ সহকৰ্মী পুলিচবোৰে গম নাপায়, সেইকাৰণেহে সি খটখটিত মোৰ লগত কথাবতৰা পাতিবলৈ ইচ্ছা কৰিছে। তাৰ বক্তব্য খুব গোপনীয়— তাৰ আৰু তাৰ ল'ৰাটোৰ কথা।

তাৰ কথা শুনি মই সাবধান হলো। কাৰণ সেই ভাৰাঘৰৰ মালিক-জনে মোক কৈ গৈছিল, 'পুলিচৰ হাতত সদায়ে কুট কৌশল থাকে। সিহঁতে শেষ মুহূৰ্তত সেই কৌশল মানুহৰ ওপৰত প্ৰয়োগ কৰে।'

ডেকা পুলিচজনে বাৰাণ্ডাৰ দুৱাৰখনেৰে চাওঁতে মোৰ চকুত পৰিল অন্ধকাৰ খটখটি এটা। অন্ধকাৰত থিয় হৈ আছে এজনী তিৰোতা। তিৰোতজনী গাভৰু আৰু ধুনীয়া। তাই আন এখন দুৱাৰৰ ফালে পিঠি দি থিয় হৈ আছে। দুৱাৰখনৰ আয়নাবোৰ ডাঠ আৰু ইমান মলিযন যে একেবাৰে অস্বচ্ছ হৈ পৰিছে।

পুলিচজনে তিৰোতাজনী তাৰ ঘৈণীয়েক বুলি মোক পৰিচয় কৰাই দিলে। তাৰপিছত ভণ্ড গিৰিয়েকজনে সিহঁতৰ ল'ৰা এটা আছে বুলি কলে। হয়তো ল'ৰাটোও ভণ্ড। কথাটো সঁচাও হব পাৰে। আগতে যেনেকৈ আন এজন পুলিচে মোক 'প্ৰফেচাৰ' বুলি সম্বোধন কৰিছিল, সেইদৰে এই পুলিচজনেও মোক 'প্ৰফেচাৰ' বুলি সম্বোধন কৰি তাৰ বাৰ বছৰ বয়সীয়া পুত্ৰৰ কথা মোক কবলৈ ধৰিলে।

আগৰ পুলিচজনে ফেচিষ্ট ৰাজত্বৰ সময়ত ৰোমত ১৯৩৮ চনৰ নবেম্বৰৰ পৰা ১৯৪৩ চনলৈ মোৰ বিৰুদ্ধে গুপ্তচৰাগিৰি কৰিছিল। এই ডেকা পুলিচজনে তাৰ ল'ৰাটোক প্ৰাইভেটকৈ শিক্ষা লবৰ কাৰণে 'টঁৰিঅল' ইনষ্টিটিউটলৈ পঠাইছিল যাতে খৰতকীয়াকৈ শিক্ষা লভি পৰীক্ষাত বহিবৰ বাবে উপযুক্ত হৈ উঠে। যোৱা বছৰ ল'ৰাটো আছিল বেৰী নামৰ চহৰত। এটা কথা ইয়াতে গোপনে কৈ থওঁ। বেৰী চহৰ-খন মূৰ্খ মানুহৰ চহৰ বুলি জনাজাত। বেৰীৰ পৰা অদূৰত অৱস্থিত গ্ৰচীৰ উপকূল অঞ্চলৰ মানুহবোৰো মূৰ্খ।

ইতিমধ্যে প্লিচজনৰ বৈশীয়েকে মোৰ কাণে চাই মধুৰ হাহি এটা মাৰি মই এবো কৰলৈ নোপাওঁতেই মই ভৰা ওপৰোক্ত কথা সঁচা বুলি কলে। তাই কথা কৈছিল নিৰ্ভাজ ক্ৰিউলিযান উপভাষাৰে। তাৰ-পৰা বুজা গ'ল যে তিৰোতাজনী ক্ৰিউলি অঞ্চলৰ। তাইক বিয়া কৰোৱা যা উপপত্নী হিচাপে ৰখা মানুহজনৰ ঘৰ বেৰীত। মোৰ মানত এই কথাটো অদ্ভুত যেন লাগিল। কিযনো মানুহজন ইমান মুৰ্খ নহয় যে নিজৰ কামত খটুৱাবলৈ এজনী বিশ্বাসঘাতিনীক লগত ৰাখিব। অনেহাতে তিৰোতাজনীও ইমান দুৰ্বলমনা নহয় যে তাই মাত্ৰ এজন মানুহৰ হাতত খেলাৰ পুতলা হবলৈ নিজকে এৰি দিব।

নানাধৰণৰ ছলনাপূৰ্ণ কথা কৈ গিৰিয়েকে (বা ভণ্ড গিৰিয়েক) মোক তাৰ ঘৰলৈ নিবৰ কাৰণে যত্ন কৰিলে যাতে মই গৈ ল'ৰাটোক লগ ধৰিব পাৰো।

মই গুচি যাব খুজিলো। পুলিচ-থানা বা আদালতলৈ যাবলগীয়া হলে মই সোনকালে ঘূৰি আহিবলৈ সদায়ে ইচ্ছা কৰো। মই লৰা-লীৰাকৈ সিহঁতৰ কথাৰ মাজে মাজে কেতিযাবা 'হয়', কেতিয়াবা 'নহয়' বুলি কৈ গ'লো। কিন্তু বেৰী চহৰৰ এই ফাকিবাজটোৱে মোক তাৰ ল'ৰাটোৰ বিষয়ে লানি নিছিগা কথা কৈ কৈ এৰি নিদিয়া হল। মোৰ যে জৰুৰী কাম আছে, তাৰ প্ৰতি সি আওকণীয়া হল। বদগলিঅ' কমতাত অধিষ্ঠিত হৈ থকা সময়ত ল'ৰাটো বেৰীত আছিল। অৰ্থাৎ সি মোক বুজাব খুজিলে যে সিও ফেচি-বিৰোধী। মুক্তিসংগ্ৰামৰ ধামখুমীয়াত ল'ৰাটোৱে ঠিকমতে পঢ়াশুনা কৰিব নোৱাৰিলে। এতিয়া যাতে সি প্ৰথম শ্ৰেণীৰ পৰা তৃতীযশ্ৰেণীলৈ একেবাৰতে উঠিব পাৰে তাৰ কাৰণে সি যথেষ্ট পৰিশ্ৰম কৰি পঢ়াশুনা কৰিবলগীয়া হৈছে।

'আপুনি বাৰু কি ভাবে, প্ৰফেচাৰ ?'

'ল'ৰাটোক চাবলৈ আমাৰ ঘৰলৈ এবাৰ যাবনে, প্ৰফেচাৰ ?'—তিৰোতাজনীযে অনুনয়-বিনয়ৰ সুৰেৰে কলে। কথা কোৱাৰ সময়ত তাই এনে নিলাজভাৱে হাঁহিছিল যে মই সহজে আত্মসমৰ্পণ কৰা নিতান্ত বজবুৱা তিৰোতাকো তেনেদৰে হঁহা দেখা নাছিলো।

'বাৰে বাৰে একেটা কথাকে কৈ নাথাকিবাচোন। প্ৰফেচাৰৰ এতিয়া সময় নাই। এতিয়া তেওঁৰ পক্ষে যোৱাটো অসম্ভৱ।'—গিৰিয়েকে

বৈণীয়েকৰ কথাত আপত্তি কৰি কলে। তাৰপিছত সিদ্ধান্তত উপনীত হোৱাৰ দৰেকৈ সি কলে, 'মই বোধকৰো ইয়াৰ পৰা সন্ধিয়া আঠ বজাৰ আগতে যাব নোৱাৰিম। বুজিছে প্ৰফেচাৰ, আনকি মই আপোনাৰ লগত চোতাললৈকেও নামি যাব নোৱাৰো।'

মই সিহঁতৰ ঘৰলৈ নোযোৱাৰ কাৰণে যে তিৰোতাজনীয়ে বেয়া পোৱা নাই আৰু তাইৰ লগত ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰাত যে বেছি টকাৰ দৰকাৰ নহব, সেই বিষয়ে ইংগিত দি তাই ট'বিঅল' ইনষ্টিটিউটৰ বিষয়ে দুই-এটা কথা মোক সুধিলে।

পুলিচ-থানাৰ পৰা ওলাই আহি মই বাইচাইকেল চলাই ভিয়া ডেলা স্কোফা, ভিয়া ৰিপেটা আৰু লুংগোটেভেৰৰ মাজেৰে আহি ঘৰ পালোঁহি। সম্প্ৰতি মই বাইচাইকেলখন বিচৰা কামটো স্থগিত ৰাখিম বুলি সিদ্ধান্ত কৰিলো, কাৰণ ঘটনা লাহে লাহে জটিল হৈ উঠিছে। বাইচাইকেলখন মই আৰু ওভতাই নাপাম—এইকথা ভাবি মোৰ দুখ লাগিল। বোধকৰো এই মুহূৰ্তত চোৰহঁতে বাইচাইকেলখন খুলি পেলাইছে। খুলি পেলা-বলৈ পুলিচেই বুদ্ধি শিকাই দিছে কিজানি। পুলিচৰ বৰচাহাবে এই আশংকাৰ প্ৰতি ইংগিত দিয়েই কৈছিল, 'আচ্ছা, আমি এটা কাম কৰো। আমাৰ এজন চোৰাং চোৱা আছে, তাকেই কামত লগাই দিওঁ। চেষ্টা কৰি চোৱাত দোষ নাই। আপোনাৰ বাইচাইকেলখন পুনৰুদ্ধাৰ কৰিবলৈ আমি যথাসাধ্যে চেষ্টা কৰিম।'

নিশ্চয় এতিয়া চোৰহঁতে বাইচাইকেলখনৰ বিভিন্ন অংশবোৰ এটা এটাকৈ খুলিব ধৰিছে। এই কথা ভাবিয়েই মোৰ বেজাৰ লাগিল। আজি বোধকৰো সিহঁতে এডাল হেন্ডেল বেচিব, কাইলৈ বাকীডাল। সিহঁতে অৱশ্যে ইমান সোনকালে বিভিন্ন অংশবোৰ বেচিবলৈ আৰম্ভ নকৰিবও পাৰে। মই যে চুৰি হোৱা বস্তু বিচাৰি উলিওৱাত কিছু সিদ্ধহস্ত, সেই কথা সিহঁতে অনুমান নকৰাকৈ নথকা নহয়। গতিকে সিহঁতে বাইচাইকেলখনৰ অংশবোৰ আজি-কালিয়েই নেবেচে। কিন্তু কিমান মাহৰ পিছত বেচিব, কোনে জানে! অপহৃত বাইচাইকেলখনৰ হেন্ডেল-ডাল কেনে ধৰণৰ আছিল, তাৰ ৰং কেনে আছিল, এবছৰৰ পিছত তোমাৰ মনত থাকিব জানো?

মই কিন্তু এবছৰৰ পিছতো মোৰ বাইচাইকেলখনৰ কুদ্ৰাতিকুদ্ৰ

অংশ এটাও চিনাক্ত কৰিব পাৰিম। হয়তো ই সম্ভৱ। কিন্তু চোৰক বাধা দিব নোখোজা, আনকি চোৰলৈ আঙুলিয়াই দিলেও ধৰিব নোখোজা, পুলিচ বাহিনী এটা থাকোতে তুমি বাইচাইকেলখন কেতিয়াও কিচাৰি উলিয়াব নোৱাৰিবা। ফেচিষ্ট সকল যদি পুনৰায় ক্ষমতাত অধিষ্ঠিত হয় তেন্তে ফেচি-বিৰোধীসকলৰ বিৰুদ্ধে লগাবলৈ নাইবা ফেচীবিৰোধীসকল যদি ক্ষমতাত অধিষ্ঠিত হৈ থাকে তেন্তে ফেচিষ্টসকলৰ বিৰুদ্ধে লগাবলৈ পুলিচে চোৰহঁতক হাত কৰি ৰাখে।

মই এক অনিশ্চয়তাৰ মাজত থাকিলো। পোন্ধৰ হাজাৰ লিৰাবে কিনা এলুমিনিয়ামেৰে তৈয়াৰী বাইচাইকেলখনৰ আশা প্ৰায় এৰিয়েই দিলো। এসময়ত বাইচাইকেল এখনৰ দাম আছিল পোন্ধৰ হাজাৰ চেন্টিচিমি, আজি তাৰ দাম পোন্ধৰ হাজাৰ লিৰা। বৰ্তমানৰ এনে সংকটপূৰ্ণ সময়ত দুখীয়া মানুহৰ কাৰণে পোন্ধৰ হাজাৰ লিৰা মূৰৰ ঘাম মাটিত পেলাই কৰা পৰিশ্ৰমৰ ফল। চোৰ আখ্যা নোপোৱাকৈ যি মানুহে চুৰি কৰি দিনে পোন্ধৰহাজাৰ লিৰাকৈ উপাৰ্জন কৰে, তাৰ মানত হয়তো এইখিনি একোকে নহয়। পোন্ধৰ হাজাৰ লিৰা হেৰালেও সি হয়তো সোনকালে তাৰ লোক্চানৰ কথা পাহৰি পেলাব পাৰে, কাৰণ সোনকালেই সি আকৌ সিমান ধন অৰ্জন কৰিবলৈ সক্ষম হব।

ইটালীত কপিৰাইট আইন প্ৰকৃততে কেতিয়াও ভালদৰে বলৱৎ কৰা হোৱা নাই। সেয়ে দুখীয়া লিখকৰ কাৰণে পোন্ধৰ হাজাৰ লিৰাৰ অৰ্থ হৈছে সাতখন কিতাপ বা বাতৰিকাকতত প্ৰকাশিত হোৱা সত্তৰটা প্ৰবন্ধ লেখাৰ পৰিশ্ৰম। আজিৰ দিনতো এনেকুৱা অসভ্য প্ৰকাশক কিছুমান আছে যে সিহঁতে লিখকক ইয়াতকৈ বেছি পাৰিশ্ৰমিক দিবলৈ নোখোজে, আনকি বাকী থকা কমিচনখিনি দিবলৈও ইচ্ছা নকৰে। অচিলা বাহিৰ কৰাতো সিহঁত ওস্তাদ। লিখকক আগধন হিচাপে দুহেজাৰতকৈ বেছি লিৰা নিদি সিহঁতে কব যে ৰাজনৈতিক কাৰণত কিতাপখনে গন্ডগোল লগাইছে নাইবা কিতাপ-দোকানীহঁতে এতিয়া সিহঁতৰ টকা আদায় দিয়া নাই। এনে ধৰণৰ অসংখ্য অচিলা প্ৰকাশকৰ হাতত থাকে।

আনহাতে বেচেৰা লিখকে এজনে সম্পাদকৰ ওচৰৰ পৰা আন এজন সম্পাদকৰ ওচৰলৈ গৈ তাৰ লিখা বস্তু ফেৰী কৰি ঘূৰি ফুৰোতে তাৰ

দহ হাজাৰ লিৰা মূল্য জোতাৰ তলী ক্ষয় হয়। এইদৰে অহা-যোৱা কৰোতে বাছ ইত্যাদিৰ ভাৰা হিচাপেও অন্ততঃ এক হাজাৰ লিৰা খৰচ হয়। কিতাপ বা প্ৰবন্ধৰ পৰা যিমান আয় হয় তাতকৈ বেছি খৰচ হয় জোতা মেৰামত কৰাত, বাছ ভাৰা দিয়াত, কাগজ আৰু চিয়াহী কিনাত (ব্লেকমাৰ্কেটৰ বাহিৰে আন ক'তো চিয়াহী পোৱা নাযায) আৰু তাৰ-পিছত টাইপ কৰোৱাত।

কথা হৈছে টাইপিষ্টৰ পৰা আৰম্ভ কৰি সকলোৱে আমাক—দুখীয়া লিখকসকলক কয়: 'এইবোৰ কাম বাদ দিয়ক। আয় নোহোৱা কাম কৰাৰ কোনো অৰ্থ নাই।'

এই ক'লাবজাৰৰ দিনত, সন্তীয়া নেতাগিৰিৰ ৰাজত্বত মানসিক পৰিশ্ৰমৰ মূল্য সকলোৱে ফুটাকড়ি বুলিয়েই গণ্য কৰে।

মই কিছু সময় নষ্ট কৰি হলেও বাইচাইকেলখন বিচাৰি উলিয়াই মোৰ পোন্ধৰ হাজাৰ লিৰা পুনৰুদ্ধাৰ কৰিম বুলি বদ্ধপৰিকৰ হলো আৰু দেশৰ লজ্জাজনক পৰিস্থিতিৰ বিষয়ে এখন কিতাপ লিখিবলৈ আৰম্ভ কৰিলো। কোনো বস্তুকে মই শেষ চেষ্টা নকৰাকৈ হেৰুৱাব নোখোজো। মোৰ ক্ষতি যে অপূৰণীয়, সেইটো প্ৰমাণ কৰিবলৈকেই মই হেৰুৱা বস্তুটো বিচাৰি উলিয়াবলৈ আপ্ৰাণ চেষ্টা কৰিম। এইটোও সঁচা যে ৰোমত বাস কৰিবলৈ লোৱা যোৱা তিনিবছৰৰ ভিতৰত মই পাঁচখন অপহৃত বাইচাইকেলৰ দুখন পুনৰুদ্ধাৰ কৰিবলৈ সমৰ্থ হৈছো।

ভিয়া অলাভিয়াত থকা মোৰ ষ্টুডিঅ'ৰ কোঠালীৰ পৰা এদিন ৰাতি প্ৰথম বাইচাইকেলখন চুৰি হৈছিল। এচিৰা নামৰ মোৰ মডেলজনীৰ লগত লগ হৈ মাৰ্চ পাহাৰৰ অন্তৰ্গত চেৰামাৰেংগো নামৰ চোৰৰ আড্ডাপূৰ্ণ গাঁওখনৰ এজনী খোৰা তিৰোতা আৰু তাইৰ গিৰিয়েক কোঠালীটোত সোমাইছিল। গিৰিয়েকজন তেল চুৰি কৰা ব্যৱসাযত লিপ্ত আছিল। ভিটাবো আৰু চেবিনাৰ তেলৰ বজাৰলৈ যাবৰ কাৰণে বাইচাইকেল এখন তাৰ আৱশ্যক হৈছিল। সি আছিল মোৰ মডেলজনীৰ প্ৰেমিক। আনহাতে ঘৈণীয়েককো সি আনৰ সেৱাত এৰি দিছিল। তাই যদিও খোৰা আছিল ক'লা চুলিটাৰী, উজ্জ্বল চকুযোৰ, বুধিয়ক কথা কব পৰা জিভাখন আৰু মনোৰম স্তনযুৰিৰে তাই দেখিবলৈ অতিকৈ ধুনিয়া আছিল।

গিৰিয়েকৰ পৰা আসৈ পাই তাই দুগুণ উৎসাহেৰে আন মানুহৰ সেৱাত লাগিছিল। শয্যাসংগিনী হিচাপে তাই ভালেই আছিল। তাই যেতিয়া বিছনাত শোৱে, তেতিয়া মই তাইৰ ভৰিকেইখনৰ ফালে নাচাই বাকী অংশবোৰৰ ফালে চাওঁ। তাইৰ দেহটো সঁচাকৈয়ে অপূৰ্ব। এচিৰা আৰু তাই দুয়োজনীয়ে চোৰটোক বাইচাইকেল থোৱা ঠাইডোখৰ দেখুৱাই দিছিল। মডেলজনীক মই সৰুসুৰা উপহাৰ আৰু মাজে মাজে গাঁও অঞ্চললৈ ফুৰাবলৈ নিয়াৰ বাহিৰে আন একো টকা-পইচা দিয়া নাছিলো। খোৰা তিৰোতাজনীৰ লগত কিছুদিন সহবাস কৰাৰ পিচত মোৰ বিৰক্তি লগা হৈছিল। এই দুটা কাৰণে সিহঁত দুজনীয়ে মোৰ প্ৰতি বিদ্বেষভাব পোষণ কৰিছিল আৰু সেই কাৰণেই সিহঁতে মোৰ বাইসাইকেলখন চুৰি কৰোৱালে। ষ্টুডিঅ' ঘৰটো গাঁৱলীয়া ঘৰৰ দৰে সৰু আছিল আৰু খটখটিটো আছিল যথেষ্ট দীঘল। চোতালখন জোপোহা গছ-বনেৰে আৱৰা আছিল। এই সুবিধাকে লৈ গধূলি বা দোকমোকালিতে সিহঁত তিনিওজন আহিছিল চুৰি কৰিবলৈ। দাৰোৱান

এজন আছিল যদিও, সি আন দুহোটা বোমান দাৰোৱানৰ দৰেই কামত অমনোযোগী আছিল। গতিকে সেই অসৎ প্ৰাণী তিনিটাই অতি সহজেই হাতুৰী-বটালীৰে দুৱাৰৰ তলাটো ভাঙি ষ্টুডিঅ'ৰ ভিতৰত সোমাল।

পিচদিনা ৰাতিপুৱা নিলাজ খোৰা তিৰোতাজনীয়ে মোৰ ষ্টুডিঅ'লৈ আহি মোক চুমা খাই মৰম কৰিবলৈ ধৰিলে। মই তাইৰ কাৰ্য্যত আচৰিত হলো। কাৰণ কিছুদিনৰ আগতে তাইক মই ৰূঢ়ভাৱে ঘৰৰ পৰা বাহিৰ কৰি দিছিলো। মই তাইক তৃপ্তি দিব পৰা নাই এনেকুৱা এটা ধাৰণা মোৰ সেই সময়ত হৈছিল নাইবা তাইৰ প্ৰতি মোৰ বিৰক্তিৰ ভাৱ জন্মিছিল। মই যদিও যথেষ্ট পুৰুষত্ব-শক্তি সম্পন্ন তথাপি যিজনী তিৰোতাৰ প্ৰতি মই বিৰক্ত হও, তাইক মই কেতিয়াও তৃপ্তি কৰিব নোৱাৰো।

সেইদিনা ৰাতিপুৱা মোৰ মনো বৰ ভাল অৱস্থাত নাছিল। সেয়ে মই তিৰোতাজনীক সোনকালে বিদায় দিবৰ কাৰণে বাহিৰলৈ ওলাই যাবলৈ মনস্থ কৰিলো।

মই তাইৰ সৈতে আলিবাটলৈ ওলাই গ'লো। তাৰপিছত মই বাইচাইকেলখনত উঠি দুৰণিৰ গাঁৱলৈ গৈ ৰ'দত শুই থাকি অস্বস্তিকৰ মানসিক অৱস্থাটো দূৰ কৰিম বুলি মনে মনে ভাবিলো। খোৰা তিৰোতাজনীয়ে বাইচাইকেল আনিবলৈ মোক বাধা দিলে।

'মোৰ লগত খোজ কাঢ়ি পিয়াজ্জা বিচ আৰ্গ'মেন্টোলৈ ব'লা!' তাই কলে।

কব নোৱাৰো কিয়, হঠাতে মোৰ মনত তাইৰ প্ৰতি সন্দেহ উপজিল। হতাশ প্ৰেমিকাই যি কোনো কামকে কৰিব পাৰে। অকস্মাতে তাই মোৰ ওপৰত খং কৰি উঠিল। তাইক নিস্তেজ হোৱা যেন দেখা গ'ল। মই ভাবিলো যে তাইৰ লগত খোজ কাঢ়ি পিয়াজ্জা বিচ আৰ্গ'মেন্টোলৈ গ'লেও বাইচাইকেলখন লগত লৈ যোৱা ভাল হব। কাৰণ তাইক তাত এৰি থৈ ঘূৰি আহিবৰ সময়ত মই সেইখনত উঠি আহিব পাৰিম। গতিকে মই তাইক আলিবাটত অপেক্ষা কৰিবলৈ কৈ বাইচাইকেলখন আনিবলৈ গ'লো।

মই যেতিয়া বাইচাইকেল থোৱা কোঠালীটোৰ দুৱাৰখন খুলিবলৈ গ'লো, তেতিয়া দেখিলো যে তাৰ তলা ভঙা। মই কিমম্নত লৰালৰিকৈ ভিতৰলৈ সোমাই গ'লো, দেখিলো বাইচাইকেলখন তাত নাই।

মই পুনৰ বেগাই খোৱা তিৰোতাজনীৰ ওচৰলৈ উভতি গ'লো। তেতিয়া তাই চোতালত থিয় হৈ আছিল। মই তাইক বাইচাইকেলখন নাইকিয়া হোৱাৰ কথা কোৱাত তাইৰ একো ভাবান্তৰ ঘটা দেখা নগ'ল, তাই নিৰ্বিকাৰ হৈ থাকিল। কেৱল সোনকালে ঘৰলৈ ঘূৰি যোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। গুচি যাবৰ কাৰণে তাই অধীৰ হল। তাইৰ মনোভাৱ দেখি তাইৰ ওপৰত জন্মা মোৰ সন্দেহ বদ্ধমূল হৈ উঠিল। কাৰণ তাই আৰু মোৰ মডেল এচিৰাইহে কেৱল জানে যে মই বাইচাইকেলখন সাত মহলাৰ ওপৰলৈ সদায় তুলি নিনিওঁ, প্ৰায়েই মই তলৰ কোঠালীত বাইচাইকেলখন ৰাখো।

মই খোৱা তিৰোতাজনীক গুচি যাবলৈ কলো, কিয়নো মই এতিয়া বাইচাইকেলখন বিচৰা কামত ব্যস্ত হব লাগিব। পুলিচৰ ওপৰত অভিযোগ পেচ কৰি নাইবা সিহঁতৰ সাহায্য বিচাৰি সময় নষ্ট কৰাৰ কোনো অৰ্থ নাই। তাতকৈ নিজে আন এখন বাইচাইকেল সংগ্ৰহ কৰি ততালিকে চোৰটোক বিচৰাহে উচিত। দুবছৰ আগতে সহজেই বাইচাইকেল কিনিবলৈ পোৱা গৈছিল। বাইচাইকেল ব্যৱসায়ী এজনৰ দোকানৰ পৰা মই উচিত মূল্যত এখন বাইচাইকেল কিনিলো। ব্যৱসায়ীজনে মিলানৰ কাৰখানাত তৈয়াৰী বাইচাইকেল তাৰ দোকানত মজুত ৰাখিছিল বিক্ৰীৰ কাৰণে। মোৰো কপাল ভাল। সেই সময়ত ব্যৱসায়ীজন যাবলৈ ওলাইছিল সৈন্য বিভাগত যোগ দিবৰ কাৰণে। গতিকে বাইচাইকেলখন মই সুলভ মূল্যতে পালো। মই নতুন বাইচাইকেলখনত উঠি ৰোমৰ আটাইবোৰ ৰাস্তাতে ঘূৰি ফুৰিবলৈ আৰম্ভ কৰিলো। অৰ্থাৎ নতুন বাইচাইকেলখনত উঠি ৰোমৰ আটাইবোৰ আলিবাটত পুৰণি বাইচাইকেলখনৰ সন্ধানকাৰ্য্যত ব্ৰতী হলোঁ।

ৰোমৰ ট্ৰিঅ'নফেল, বিগোলো আৰু অন্যান্য চোৰ অধ্যুষিত অঞ্চলবোৰত প্ৰথমে ঘূৰিলো। তাৰপিছত পোৰ্টাকেভেল গিৰিৰ নিকটৱৰ্তী ৰাস্তাবোৰত অনুসন্ধান কৰিবলৈ ধৰিলো। সেই অঞ্চলতে খোৱা তিৰোতাজনী আৰু তাইৰ গিৰিয়েক বাস কৰিছিল।

এদিন গধুলি মই মডেলজনী আৰু খোৱা তিৰোতাজনীৰ সৈতে সিহঁত বাস কৰা ঘৰু জুপুৰীটোলৈ যোৱাৰ কথা মোৰ মনত পৰিছে। সিহঁতৰ সৈতে গৈ থাকোঁতে আলিবাটত এজন বাইচাইকেল বিক্ৰেতাৰ

লগত কথা-বতৰা পাতিছিল। বাইচাইকেল বিক্ৰেতাজনে চকু টিপিয়াই এচিৰাক ইংগিত দিছিল। তাৰ লগত যে এচিৰাৰ অবৈধ সম্পৰ্ক আছে আছে সেইকথা মোৰ আগত লুকুৱাবলৈ প্ৰয়াস কৰি তাই মানুহজনক নমস্কাৰ জনাই বৈ দৈনন্দিন জীৱনৰ খুচুৰা কথা-বতৰা পাতিছিল। দুজন মানুহৰ ভিতৰত কি কথা-বতৰা হয়, তাক অনুমান কৰাটো কষ্টসাধ্য নহয়, আৰু বিশেষকৈ যদি সিহঁতৰ এজন পুৰুষ আৰু আনজনী তিৰোতা হয়, তেন্তে অনুমান কৰাটো একেবাৰে সহজ হৈ পৰে। নিশ্চয় এতিৰাৰ লগত মানুহজনৰ অবৈধ সংসৰ্গ আছে। তাইৰ প্ৰেমিক এজন ইতিমধ্যে আছেই। তাৰ ওপৰিও এইজন। আগৰ প্ৰেমিকজনে এচিৰাৰ এইবোৰ কথা জানিও নজনা ভাও ধৰি থাকে। নাপিত, হোটেলৱালা, বিস্কুটবালা ইত্যাদিৰ মাজত এচিৰাৰ বহুতো বন্ধু আছে। সিহঁতে তাইৰ প্ৰেমৰ বিনিময়ত তাইক এচেন্স আৰু চাবোন উপহাৰ দিয়ে। দুখীয়া ছোৱালী এজনীৰ মানত ভাত-মাছতকৈও একটল এচেন্সৰ উপহাৰ বেছি আকৰ্ষণীয়।

বাইচাইকেলখন বিচাৰি বিচাৰি মই মডেলজনীৰ ঘৰৰ আশেপাশে ফুৰিবলৈ ধৰিলো। মই সেই অঞ্চলত লগ পোৱা মানুহক মাজে মাজে সিহঁতে এচিৰাক বাইচাইকেলত উঠি ফুৰা দেখিছে নেকি সুধিলো। যাকে সুধিলো সিয়ে নাই দেখা বুলি উত্তৰ দিলে। অৱশেষত কিবা এটা অছিলা সাজি মই তাইৰ ঘৰলৈ সোমাই গ'লো।

সৰু জুপুৰী ঘৰ, খটখটিবোৰ ভগা-ছিগা। জুপুৰীটোৰ এটা কোঠালী ৰান্ধনি-ঘৰ হিচাপে ব্যৱহৃত হৈছে। পেটিনি অংকিত 'উত্তৰাধিকাৰী' নামৰ চিত্ৰখনৰ ৰান্ধনি-ঘৰটোৰ সৈতে এই ৰান্ধনি ঘৰটোৰ সাদৃশ্য আছে। চৌকাঠবোৰ ধোঁৱা লাগি ক'লা হৈ গৈছে, বেৰবোৰৰ বং গাহৰিৰ শুকান ছালৰ দৰে হৈছে। এটা পেকিং বাকচক টেবুল হিচাপে আৰু দুটা সৰু সৰু পেকিং বাকচক চকী হিচাপে ব্যৱহাৰ কৰা হৈছে। ঠেক শোৱনি কোঠা আৰু লেতেৰা ৰান্ধনি কোঠাটোৰ মাজত দুৱাৰ নাই। আগতে বোধকৰো কাঠৰ দুৱাৰ এখন আছিল।

হয়তো শীতকালৰ কোনো এক নিশা এচিৰাই দুৱাৰখন খুলি টুকুৰা-টুকুৰ কৰি কাটি ভাত ৰন্ধা খৰি হিচাপে ব্যৱহাৰ কৰিছিল। দুখীয়া মানুহে এনেকুৱা কাম সততে কৰে। জোকৰ আড়ালত সিহঁতে

সকলো বস্তুকে ধ্বংস কৰি চিৰাচিৰ কৰে। এক চচপেন পানী গৰম কৰিবলৈ বা এমুঠি চাউল সিজাবলৈ সিহঁত সমস্ত হাবিজংঘল একেবাৰে ধ্বংস কৰিবলৈ সক্ষম।

এবাৰ মই কিছুমান দুখীয়া মানুহে ধনী মানুহ এজনৰ ঘৰ লুট কৰা দেখিবলৈ পাইছিলো। সিহঁতে আলমাৰী এটাৰ আয়নাবোৰ ভাঙি ভাঙি পেলাইছিল। আলমাৰীটোৰ ভিতৰত কিছুমান আচবাবপত্ৰ আছিল, ফুলকটা সৰু চীনামাটিৰ এক ডজন অতি সুন্দৰ জাপানী কাপ, এটা কফি পট আৰু এটা চেনি ৰখা পাত্ৰৰ সৈতে সম্পূৰ্ণ এটা কফি ছেটও আছিল। কিন্তু লুটপাতকাৰীহঁতে সিহঁতৰ লুটৰ বস্তু ভগাই লবৰ সময়ত সম্পূৰ্ণ কফিছেটটো এজনে নলৈ ছেটৰ প্ৰত্যেকটো বস্তু ভাগভাগকৈ ভগাই ললে। তাৰ ফলত এজনে পালে মাত্ৰ দুটা কফি-পিয়লা, এখন চাহ-চামুচ আৰু নেমুৰ ৰস চেপি উলিওৱা পাত্ৰ এটা, আন এজনে পালে চাৰিটা কফি-পিয়লা, দুখন চাহ-চামুচ ইত্যাদি।

চুৰি কৰাতকৈ যদি আন একো ভাল কাম নাই বুলি সিহঁতে ভাবে, তেন্তে চুৰি কৰা কাৰ্য্যতো অন্ততঃ এটা যুক্তিযুক্ততা আৰু পদ্ধতি সিহঁতে অনুসৰণ কৰাই ভাল। তেতিয়াহলে কফি-ছেট আৰু টি-ছেটবোৰ সিঁহতে ভাগ ভাগকৈ ভগাই নলৈ সম্পূৰ্ণ একোটা ছেট হিচাপে প্ৰত্যেক-জনে ভগাই ললেহেঁতেন।

যদিও ৰান্ধনি-কোঠা আৰু শোৱনি-কোঠাৰ মাজত দুৱাৰ নাছিল, সেই ঠাইত আছিল এটা ডাঙৰ টিনৰ পাত্ৰ। সেই পাত্ৰটোত এচিৰাৰ সৰু ভায়েক এজনে পেচাব কৰি আছিল। মই তাক সুধিলো:

'তোমাৰ বাইদেউৰা ক'ত ?'

'কব নোৱাৰো !'

'তেওঁ কলৈ গৈছে ?'

'কব নোৱাৰো।'

'তোমাৰ মা কলৈ গৈছে ?'

'কব নোৱাৰো।'

'তুমি ইয়াত অকলে কি কৰিছা ?'

'কব নোৱাৰো।'

'তোমাৰ পানী লাগিছে নেকি ?'

'কব নোৱাৰো !'

'কি ষুৰ্ব'ক অ' এইটো !'—তাৰ কথা শুনি মোৰ খং উঠিল। 'তোমাৰ পানী লাগিছে নেকি তাকো তুমি কব নোৱাৰানে? যোৱা, বিছনালৈ যোৱা আৰু মনে মনে শুই থাকা।'

কুকুৰ পোৱালি এটাই যেনেকৈ ঠেঙৰ মাজত নেজডাল সুমুৱাই তাৰ লেতেৰা শোৱা ঠাইলৈ যায়, তেনেকৈ দগাবাজ অকণমান ল'ৰাটোৱে বিছনাখনৰ লেতেৰা কাপোৰ গাত লৈ শুই পৰিল। কাপোৰখনক লেতেৰা বুলি কোৱাতকৈ দুৰ্গন্ধি বুলি কলেহে শুৱাব। কাপোৰখন দেখিবলৈ ঠেক, দাগ লগা, নানা বৰণীয়া ভৌগোলিক মানচিত্ৰ এখনৰ দৰে। বিছনা-চাদৰখনো জঘন্য, ফটা-ছিটা, মলিয়ন। এই জঘন্য, দুৰ্গন্ধি বিছনাখনতেই সুন্দৰ দেহৰ অধিকাৰিণী, ক'লা ধুনীয়া চুলি আৰু উজ্জ্বল চকুৰে ধুনীয়া মুখৰ অধিকাৰিণী এচিবাই মাইকী ঘোঁৰাৰ দৰে একাগ্ৰতাৰে ৰতিক্ৰিয়াৰ সময়ত পৰি থাকে।

কিন্তু মডেল হিচাপে কাম কৰাৰ সময়ত তাই একাগ্ৰ হৈ স্থিৰভাৱে কেইমুহূৰ্তমানো থাকিব নোৱাৰে। তেতিয়া তাই যে কেনেকুৱাখন নকৰিব। মোৰ অনুমতি নোলোৱাকৈ তাই প্লেটফৰ্মৰ পৰা নামি আহিব নাইবা চকীৰ পৰা উঠি আহিব আৰু দৌৰি আহি মোক চুমা খাব। প্ৰকৃত চিত্ৰশিল্পীয়ে কাম কৰাৰ সময়ত মডেলে চুমা খোৱা কথাটো পছন্দ নকৰে। কাৰণ ইয়াৰ ফলত অঙ্কনকাৰ্য্যত বাধাৰ সৃষ্টি হয় আৰু শিল্পীৰ মনৰ একাগ্ৰতা নষ্ট হয়।

কিন্তু তাই মোৰ বস্তু চুৰি কৰিবলে কেলেই? বিছনাত শোৱা অইৰ ভায়েকজনৰ গাত কাপোৰখন ভালদৰে জাপি দিওঁতে মই ভাবিলো। কেলেই তাই চুৰিকাৰ্য্যত প্ৰবৃত্ত হল?

প্ৰশ্নটো অৱশ্যে অতি সাধাৰণ। প্ৰেমিক হিচাপে মই তাইৰ এনেকুৱা ব্যৱহাৰৰ কাৰণটো বুজি নাপাওঁ, কিন্তু ঔপন্যাসিক হিচাপে মই বুজি পাওঁ। ক্ষুধা, দুখ-কষ্টৰ তাড়না আৰু তাইৰ বদমাচ প্ৰেমিক সেই খোবাজনীৰ গিৰিয়েকজনৰ পুনঃ পুনঃ অনুৰোধ—এই দুটাই তাইক বাইচাইকেলখন চুৰি কৰা কাৰ্য্যত লিপ্ত হবলৈ বাধ্য কৰালে। বাই-চাইকেল এখন নহলে সি কেনেকৈ ভিতাৰবোৰ বজাৰলৈ তেলৰ সন্ধানত

যাব? বাইচাইকেল কিনিবলৈ সি টকাই বা পাব ক'ত? 'সি ক'লা বজাৰৰ ব্যৱসায়ত সংশ্লিষ্ট।

হায়, ক'লা বজাৰ! কিমান দুখীয়া মানুহে ক'লা বজাৰৰ জৰিয়তে ধনী হৈছে বা ধনী হবৰ পথত অগ্ৰসৰ হৈছে। আনফালে মই দেখিছো যে সিহঁতৰ বহুতে ক'লা বজাৰৰ ব্যৱসায়ত ধনী হোৱাৰ চেষ্টা কৰি থাকোতে হঠাতে সৰ্বস্বান্ত হৈছে আৰু সিহঁতৰ অৱস্থা আগতকৈও দুখ লগা হৈছে। ক'লা বজাৰৰ ব্যৱসাযত বহুতো মাইকী মানুহো নামিছে। সিহঁতৰ পৰা মযেই বহুদিন মাছ, চচেজ ইত্যাদি কিনিছো। নৰিকা, ফেৰিয়ানো বা এৰুকলি পিছেনোত তৈয়াৰী টাটকা চচেজবোৰ মাইকী মানুহবোৰে চুৰি কৰে ভেটিকানৰ লৰীবোৰৰ পৰা। লৰীবোৰত খাদ্য বোজাই হৈ আহে জাৰ্মান-অধীনত থকা প্ৰপীড়িত ৰোমান সকলৰ কাৰণে। লৰীবোৰ যেতিয়া চোৰ-অধ্যুষিত ৰাস্তাৰে যাবলৈ ধৰে, তেতিয়া সিহঁতে তাৰপৰা চুৰি কৰি খাদ্য-সামগ্ৰীবোৰ চোৰাং বজাৰত বেচে। মই নিজেই এই চুৰি কৰা খাদ্য চোৰাং বজাৰত কিনি খাইছো।

বাইচাইকেল এখন নাথাকিলে চুৰি কৰাত অসুবিধা হয। সেইকাৰণেই খোৱা তিৰোতাজনীৰ গিৰিয়েকে মোৰ বাইচাইকেলখন চুৰি কৰা কাৰ্য্যত সহায় কৰিবলৈ এচিৰাক অনুৰোধ কৰিছিল। এচিৰায়ো সহায় কৰিবলৈ মান্তি হৈছিল।

দাগী চোৰে যে মোৰ বাইচাইকেলখন চুৰি কৰা নাই, কেইটামান কথাৰ পৰা সেইটো প্ৰমাণিত হয। তলা খুলিবলৈ সিহঁতে হাতুৰী, বটালি ইত্যাদি ব্যৱহাৰ কৰিছিল। কিন্তু কোনো ৰকমৰ শব্দ নোহোৱাকৈ তলা খুলিবাৰ উপায় হৈছে তলা খোলা যন্ত্ৰ ব্যৱহাৰ কৰা। তলা খোলা যন্ত্ৰটো কি তাক যিসকলে নাজানে, সেইসকলৰ উপকাৰৰ কাৰণে ইয়াতে কৈ থওঁ। এডাল সাধাৰণ লোৰ তাঁৰ সমকোণৰ আকৃতিত বেঁকা কৰা, তাঁৰডালৰ এটা মূৰ কোবাই অলপ বহলকৈ লোৱা—বছ, হৈ গ'ল তোমাৰ যন্ত্ৰ তৈয়াৰ। এনেকৈ তলা খুলিব মই জানো। কাৰণ এবাৰ মোৰ দুৱাৰত মৰা তলাটোৰ চাবিপাত হেৰাইছিল। তলাটো ভাঙি পেলোৱাৰ বাহিৰে দুৱাৰ খোলাৰ আন একো উপায় নাই বুলি মই ভাবিছিলো। এজন তলা-মিস্ত্ৰিক কথাটো কোৱাত সি অতি সহজে ওপৰোক্ত সঁজুলিৰে তলাটো অনায়াসে খুলি পেলাইছিল।

মোৰ বাইচাইকেল চুৰি কৰা চোৰ-চুৰংগীহঁত যে দাগী নহয়, তাক আন এটা কথাৰ পৰাও জনা যায়। দাগী চোৰে চুৰি কাৰ্য্য কৰে ধীৰে-স্থিৰে, কোনো চিন নৰখাকৈ—যেনেকৈ ডাক্তৰে ৰোগীৰ দেহৰ সংক্ৰমিত অংশ কাটোতে সাবধানে অস্ত্ৰোপচাৰ কৰে। কিন্তু এই চোৰ-চুৰংগীহঁতে ধৰা পৰাৰ ভয়ত ইমান লৰালৰিকৈ তলাটো ভাঙিছিল যে গুচি যাবৰ সময়ত মজিয়াৰ বেঞ্চখনৰ তলত বটালি কেইটা পাহৰি এৰি থৈ গৈছিল। বাইচাইকেলখন কোঠালীৰ পৰা উলিয়াই লৈ সিহঁতে লৰালৰিকৈ সেই ঠাই পৰিত্যাগ কৰি গুচি গৈছিল। মই বটালি কেইটা বুটলি মোৰ ব্ৰীফকেচটোত ভৰাই থৈছিলো।

ব্ৰীফকেচৰ পৰা বটালি কেইটা উলিয়াই মই এচিবাৰ ডায়েকজনক কলো, 'এইবোৰ কি দেখিছানে? তোমাৰ বাইদেউৱাই এইবোৰ মোৰ ঘৰত এৰি থৈ আহিছিল। মই থৈ দিছিলো। এতিয়া ঘূৰাই দিম।'

ল'ৰাটোৱে বটালি কেইটাত দৃষ্টিপাত কৰি সহজভাৱে কলে, এইবোৰ বাইদেউৰ নহয়। আমাৰ ঘৰত বটালি নাই। এইবোৰ খোৰা তিৰোতাজনীৰ।'

বটালি কেইটা যে খোৰা তিৰোতাজনীৰ সেইকথা সি কেনেকৈ জানিলে বুলি সোধাত সি এটা বটালিলৈ আঙুলিয়ালে। বটালিটো আনবোৰতকৈ চুটি। এবাৰ এটা বাকচ ভাঙি খোলাৰ সময়ত বটালিটোৰ এটা মূৰ ভাঙি গৈছিল।

এতিয়াৰ পৰা ল'ৰাটোৱে মোৰ প্ৰশ্নৰ উত্তৰত 'কব নোৱাৰো' বুলি নকৈ অনৰ্গল কথা কবলৈ ধৰিলে। খোৰা তিৰোতাজনী সিহঁতৰ পৰিয়ালৰ বন্ধু। সেযে বোধকৰো সি বটালিকেইটা মোৰ হাতৰ পৰা নি ৰাখি থোৱাৰ মতলব কৰিছিল। বটালিকেইটা তাৰ হাতত দি যাবলৈ সি মোক বাৰে বাৰে কলে। মই যেতিয়া নিদিওঁ বুলি কলো, তেতিয়া সি কান্দিবলৈ আৰম্ভ কৰিলে। তাক শান্ত কৰিবলৈ মই কলো, 'মই এইবোৰ তোমাৰ বাইদেউৰ হাতত দিম। তেওঁ কলৈ গৈছে মোক কোৱা। মই তৎক্ষণাৎ গৈ তেওঁক এইবোৰ ঘূৰাই দিম।'

তেতিয়া সি মোক কলে যে খোৰা তিৰোতাজনীৰ সৈতে এচিবা ঘৰৰ পৰা গুলাই গৈছে, কলৈ গৈছে সি নাজানে।

সিহঁত দুজনী কৰবা কলৈ গ'ল? বাস্তিপুৰ্বো আঠমান বজাত খোৰা

তিৰোতাজনী মোৰ লগত আছিল। তাৰপিছুত মই এখনটামান কটাই-ছিলো নতুন বাইচাইকেল এখন কিনা কামত। নতুন বাইচাইকেলখন কিনি মই এচিবাৰ ঘৰলৈ আহিছো। ইতিমধ্যে খোৱা তিৰোতাজনীয়ে লৰালাৰিকৈ গৈ মই যে সিহঁতকে মোৰ বাইচাইকেলখন চুৰি কৰা বুলি সন্দেহ কৰিছো, সেইকথা তাইৰ গিৰিয়েকক জনাইছিল। ফলত গিৰিয়েক তৎক্ষণাৎ যাবলগীয়া হৈছিল বাইচাইকেল মেৰামতি কৰা দোকানলৈ। কিয়নো মোৰ পৰা চুৰি কৰা বাইচাইকেলখন সি ৰং আদি সলনি কৰি চিনাক্ত কৰিব নোৱাৰাকৈ তুলিবৰ কাৰণে বাইচাইকেল মেৰামত কৰা দোকানত ইতিমধ্যে জমা দিছিল গৈ। গতিকে এতিয়াই গ'লে বাই-চাইকেল ব্যৱসায়ীজনৰ সৈতে এচিবা আৰু খোৱা তিৰোতাজনীক ধৰা পেলাবলৈ বৌছু কষ্টকৰ নহব।

পোৰ্টা কেভেলগেৰি আৰু ভেটিকান ৰেল ষ্টেচনৰ ওচৰে-পাঁজৰে তিনিখন নে চাৰিখন মাত্ৰ বাইচাইকেলৰ দোকান আছে। তাৰে এখনতে বোধকৰো সিহঁতক পোৱা যাব। বাইচাইকেলখনত উঠি মই প্ৰথম বাই-চাইকেল দোকানখনৰ ওচৰ পালোহি। মই একো নজনাৰ ভাও ধৰি ভদ্ৰভাৱে দোকানীজনৰ ওচৰ চাপিলো। বাইচাইকেলত ব্যৱহাৰ কৰা আঠা আজিকালি বজাৰত পাবলৈ নাই,—এইকথা মই আগতেই জানি-ছিলো। গতিকে মই দোকানীজনৰপৰা আঠাৰ বটল এটাকে কিনিবলৈ বিচাৰিম। দোকানত থাকিব পৰা আন বস্তু খুজি নিকিনাটো বুদ্ধিমানৰ কাম নহব।

'আপোনাৰ দোকানত আঠাৰ বটল আছেনে ?'

সি কোনো উত্তৰ নিদিলে। তাৰ দোকানত বস্তুটো নাই, বজাৰতো পোৱা নাযায়। গতিকে মোৰ প্ৰশ্নত সি মনে মনে বিৰক্তিবোধ কৰিছিল। সি উত্তৰ নিদি মনে মনে থকাত মোৰ সুবিধাই হৈছিল, কাৰণ তাৰ উত্তৰলৈ অপেক্ষা কৰি থকা সময়তে মই দোকানখনত চকু ফুৰাই মোৰ বাইচাইকেলখন ক'ৰবাত দেখা পোৱা যায় নেকি লক্ষ্য কৰিবলৈ সুযোগ পালো। ইতিমধ্যে যদি সেইখন খুলি পেলোৱা হৈছে, তেন্তে অ'ত ত'ত পেডেল বা চকা বা হেণ্ডেল পৰি থাকিব পাৰে। কিন্তু তেনে একোকে মোৰ চকুত নপৰাত মই সেই দোকানখনৰ পৰা ওলাই আহি দ্বিতীয়খনত সোমাই সেই একে আঠাৰ বটল কিনা অভিনয়কে কৰিলো।

চমৎকৈ কৰিলে গ'লে মই তিনি-চাৰিখন চ'কবজাৰত আৰু প্ৰায় ত্ৰিশটামান ৰাস্তাত বাইচাইকেলখনৰ শংসত্ৰ বিচাৰি ঘূৰিলো, কিন্তু মোৰ পৰিশ্ৰম বৃথা হ'ল।

অৱশেষত মোৰ মনত খেলালে যে এদিন গধূলি এচিৰাই আলিবাটত কথা-বতৰা পতা বাইচাইকেল ব্যৱসায়ীজনৰ দোকানকৈ ঘোৰাটোৱেই ভাল হব। হেৰোৱা বস্তু বিচাৰি পোৱাত যে কি আনন্দ আছে, সেইটো তুমি জানানে নাই কব নোৱাৰো। তোমাৰ কোনো বস্তু—যেনে টকাৰ মোনা বা কুকুৰ—হেৰাই য'ক, তাৰপিচত তুমি সেই বস্তু বিচাৰি উলিওৱা। বিচাৰি পোৱাৰ পিচত তুমি এক অনিৰ্বচনীয় আনন্দ অনুভৱ কৰিবা। হেৰোৱা বস্তু বিচাৰি পোৱাৰ পিচত বস্তুটোৰ মূল্য আচল মূল্যতকৈ বেছি যেন অনুভূত হয়। নিজৰ ওপৰত বিশ্বাসো বাঢ়ে। নিজৰ কোনো বস্তু হেৰালে নিজৰ ওপৰতে ধিক্কাৰ জন্মে। তেতিয়া তোমাৰ নিজৰে অনুভৱ হব তুমি যেন এক অপদাৰ্থ প্ৰাণী, আনা ষ্টিকলাৰৰ গুণ-গান কৰাৰ বাহিৰে তুমি যেন একোকে কৰিব নোৱাৰা, একো কামৰে তুমি যেন উপযুক্ত নোহোৱা। কিন্তু যদি সেই হেৰোৱা বস্তুটো বিচাৰি পোৱা, তেন্তে তোমাৰ অন্তৰত এনেকুৱা হতাশাৰ ভাব আৰু নাথাকিব। তাৰ পৰিবৰ্তে তোমাৰ অনুভৱ হব তুমি যেন ঘোঁৰাত উঠি বিজয়গৰ্বত ঘূৰি ফুৰিছা। ময়ো আনন্দতে চিঞৰিবলৈ ধৰিলো :

'এয়া চোৰ! মোৰ বাইচাইকেলখন পাইছো! এইখন! এইখনেই মোৰ বাইচাইকেল।'

আনন্দত আত্মহাৰা হৈ ৰুদ্ধশ্বাসে মই দোকানখনৰ ভিতৰলৈ সোমাই গ'লো। এটা ল'ৰাই বাইচাইকেলৰ বিভিন্ন অংশবোৰ খোলা কামত ব্যস্ত হৈ আছিল। সি ইতিমধ্যে মোৰ বাইচাইকেলখনৰ পিচফালে থকা বাস্কেটটো খুলি পেলাইছিল। বাস্কেটটো মই লগাই লৈছিলো ৰঙৰ বাকচ, ছবি আঁকা ইজেল ইত্যাদি অঙ্কণ কাৰ্য্যত দৰকাৰী সামগ্ৰী কঢ়িয়াই নিবৰ কাৰণে।

সি ডাইনেম' ( মৌবিলি কোম্পানীয়ে তৈয়াৰ কৰা ) আৰু ইলেকট্ৰিক লাইট খুলিবলৈ আৰম্ভ কৰিছিল। দোকানখনত মৌবিলি কোম্পানীৰ ডাইনেম' বহুতো আছে। কিন্তু মোৰ ডাইনেম'টোৰ ওপৰত এটা

সোপদ্ৰীয়া চিহ্ন আছে। মই ইচ্ছা কৰিয়েই চিহ্নটো গুচাই পেলোৱা নাছিলো, কিয়নো চিহ্নটো থাকিলে হেৰালেও বিচাৰি উলিওৱা সহজ হৈ পৰে। বাইচাইকেলখনৰ ৰেজিষ্ট্ৰেচন নম্বৰটো মই মোৰ মণিবেগত টুকি ৰাখিছিলো। ব্ৰেকআউটৰ কাৰণে ব্যৱহাৰ কৰা ক'লা কাগজখন লাইটটোৰ কাঁচখনত। তাৰোপৰি চেডেলখনৰ তলিৰফালে মই চিয়াহীৰে মোৰ নামটো লিখি থৈছিলো। গতিকে দোকানখনৰ সন্মুখত ইতিমধ্যে গোট খোৱা জনতাক বাইচাইকেলখন যে মোৰ সেইকথা প্ৰমাণ কৰি দেখুৱাবলৈ যথেষ্ট যুক্তি মোৰ হাতত আছিল।

মানুহ গোট খোৱাৰ বহুসময়ৰ পিচত দুজন পুলিচৰ আবিৰ্ভাৱ হ'ল। আচৰিত কথা, মই চিঞৰ-বাখৰ কৰি 'চোৰটোক পলাই যাবলৈ সুবিধা দিয়া' বুলি সিহঁতে মোকহে দোষাৰোপ কৰিবলৈ ধৰিলে।

'চোৰ ক'ত দেখিলো?' মই সিহঁতক কলো, 'দোকানখনৰ মই এতিয়াও লগকে পোৱা নাই।'

মই চিঞৰ-বাখৰ কৰি মানুহ গোটোৱাৰ কাৰণে পুলিচ দুজনে মোৰ ওপৰত বিৰক্তিবোধ কৰিলে। কিন্তু মই যদি নিচিঞৰিলো হেতেন, তেন্তে মানুহ গোট নাখালেহেতেন। তেতিয়া বোধহয় এইটো ঘটিলহেতেন ৹

বাইচাইকেল ব্যৱসায়ীজনে পুলিচহঁতক ঘোচ দিয়াৰ ইংগিত দি দোকানৰ ভিতৰলৈ আহিলহেতেন। তাৰপিচত তলত দিয়া দৃশ্য অভিনীত হ'লহেতেন ঃ

পুলিচ দুজনে মোক আৰু বাইচাইকেল ব্যৱসায়ীজনক পুলিচ থানা এখনলৈ লৈ গ'লহেতেন। ইতিমধ্যে মোৰ বাইচাইকেলখনৰ পৰিবৰ্তে আন এখন বাইচাইকেল ৰখা হ'লহেতেন। ফলত মই বলিয়া, উচ্ছৃংখল, গোঁৱাৰ আৰু কুৎসাৰটনাকাৰী বুলি অভিযুক্ত হ'লোহেতেন। ব্যৱসায়ীজনে মই তাক অপমান কৰি মাৰিবলৈ উদ্যত হৈছিলো বুলি মোৰ বিৰুদ্ধে অভিযোগ পেচ কৰিলেহেতেন। আদালতৰ সকলো খৰচ মই বহন কৰিব লাগিলহেতেন। জেল খোৱাৰ পৰা ৰক্ষা পাবলৈ হ'লে প্ৰথমে মই এজন ভাল উকীল বন্দবস্ত কৰিব লাগিলহেতেন, দ্বিতীয়তে বলিয়া বুলি কৰা অভিযোগটো মানি লব লাগিলহেতেন, তৃতীয়তে মই, চুৰি-মালৰ কাৰবাৰ কৰা ব্যৱসায়ীজনৰ ওচৰত ক্ষমা ভিক্ষা খুজিব লাগিল-হেতেন, চতুৰ্থতে মোকৰ্দমাটো তুলি লবলগীয়া হ'লহেতেন। ফলত

মিছাকৈয়ে সময় নষ্ট হ'লহেতেন। আৰু, ন্যায়বিচাৰৰ এনেকুৱা অবিশ্বাস্য প্ৰহসনে মনত বিৰক্তি জন্মালেহেঁতেন।

অৱশ্যে যদি বলিয়াৰ দৰে 'সহায় কৰা', 'সহায় কৰা' বুলি চিঞৰাৰ ফলত মই মোৰ বাইচাইকেলখন ঘুৰাই পালোহেঁতেন, তেন্তে মানুহে মোক বুৰ্বক বুলিলেও মই আপত্তি নকৰো। ফেচিজিমৰ ৰাজত্বকালত মই যে কিমানবাৰ ফেচিষ্ট পহৰীয়াৰ হাতৰ পৰা ৰক্ষা পৰিবলৈ বলিয়াৰ ভাও নধৰিছিলো! মোৰ অভিনয়ৰ ফলত সিহঁতে মোক সঁচা সঁচাকৈ বলিয়া বুলিয়েই ভাবিছিল। এতিয়া প্ৰয়োজনীয় বিষয় হৈছে প্ৰকৃততে বলিয়া নোহোৱা আৰু বাইচাইকেলখন বিচাৰি উলিয়াই হস্তগত কৰা।

দোকানীজনৰ কোনো শুংসত্ৰ পোৱা নগ'ল। বোধহয় সি ক ৰবালৈ গৈ লুকাইছে। মই বাইচাইকেলখন লৈ পুলিচ দুজনক কলো যে এই ঘটনাটো ৰিপোৰ্ট কৰাৰ নাইবা দোকানীজনৰ বিৰুদ্ধে অভিযোগ কৰাৰ অভিপ্ৰায় মোৰ নাই।

বাইচাইকেলখন ঘৰলৈ লৈ যোৱাৰ এইটোৱেই উপায়। ইতিমধ্যে মোৰ লগত নতুনকৈ কিনা বাইচাইকেলখনো আছে।

দুয়োখন বাইচাইকেল দুহাতেৰে ঠেলি ঠেলি মই কিছুদূৰ আগবাঢ়িলো। কিছু দূৰ যোৱাৰ পিছত ভাগৰ লগাত চেন্টপিটাৰ্চ স্কোৱাৰত কিছু সময় ৰ'ম বুলি ভাবিলো। এখন বাইচাইকেলত উঠি আনখন বাইচাইকেল হাতেৰে ধৰি চলাই নিব মই নোৱাৰো। ইফালে-সিফালে যাবখোজা কিছুমান তীৰ্থযাত্ৰী স্কোৱাৰত প্ৰায় সদায়ে থাকে। চোৰো নথকা নহয়। ইয়াত থকা চোৰবোৰ এই অঞ্চলৰে বাসিন্দা। বাইচাইকেলখন আকৌ হয়তো কোনোবা এটা ল'ৰাই লৈ পলাব পাৰে। তেতিয়াহলে বাইচাইকেলখন উদ্ধাৰ কৰি মই এতিয়া যি তৃপ্তি পাইছো, সেই তৃপ্তি মই আকৌ হেৰুৱাম। বাইচাইকেলখন পুনৰ চুৰি হোৱা বুলি মানুহৰ আগত কলে এইবাৰ কোনে বিশ্বাসকে নকৰিব।

গতিকে মই দুয়োখন বাইচাইকেল হাতেৰে ঠেলি খোজকাঢ়ি ঘৰলৈ যাবলৈ স্থিৰ কৰিলো।

মোৰ বাইচাইকেল চুৰি কৰা চোৰ চুৰুণীহঁতক এনেকা নিদিয়াকৈ এৰি দিবৰ মোৰ ইচ্ছা নাছিল। মই পুলিচথানালৈ গৈ বাইচাইকেল ব্যৱসায়ীজনৰ নামত গ্ৰেপ্তাৰী পৰোৱানা বাহিৰ কৰোৱালো। সেইদিনা

সঙ্কিয়া কেইবাঘন্টা মই থানাত তাৰ লগত থাকিলো। মই আগতে কৈছো, সেইসময়ত পুলিচে কোনো কামকে যথাযথভাৱে নকৰা হৈছিল। কিন্তু এইবাৰ সিহঁতে অলপ কাম কৰিলে। চুৰিবস্তুৰ গ্ৰহীতা বুলি ব্যৱসায়ী-জনক মই অভিযুক্ত কৰিলো। সি প্ৰতিবাদ কৰি কলে যে বাইচাইকেলখন মেৰামতিৰ বাবে এজন মানুহে দোকানত থৈ গৈছিল, সি মানুহজনক চিনি নাপায়। সি যে দোকানত গ্ৰাহকৰ নামবোৰ লিখি ৰাখিবলৈ এটা ৰেজিষ্টাৰ বহী ৰাখিব লাগে, সেইকথা আঙুলিয়াই দিয়াত সি কলে, যে এনেকুৱা কোনো ৰেজিষ্টাৰ সি কাহানিও ৰখা নাই। গতিকে সি যে চুৰি বস্তু গ্ৰহণ কৰিছে, তাৰ কোনো প্ৰমাণ নাই।

আনহাতে মোৰ দৃঢ় বিশ্বাস যে এচিৰা আৰু খোৰা তিৰোতাজনীয়ে বাইচাইকেলখন ৰং ইত্যাদি বদলাই চিনাক্তকৰণ কৰিব নোবাৰাকৈ দিবৰ কাৰণে তাৰ ওচৰত সেইখন জমা দিছিল। মই সিহঁত দুজনীৰ বিৰুদ্ধেও অভিযোগ পেচ কৰিলো। সিহঁতক গ্ৰেপ্তাৰ কৰি হাজতলৈ অনা হল। মই সিহঁতৰ মুখামুখি হলো। খোৰা তিৰোতাজনীয়ে বাইচাইকেল ব্যৱসায়ীজনক চিনি নাপায় বুলি কলে। এচিৰাক বেলেগে প্ৰশ্ন কৰাত তাই ব্যৱসায়ীজনক চিনি পায় বুলি সৈ কাঢ়িলে। এচিৰাই আকৌ কলে যে ব্যৱসায়ীজনে তাইক সেই চালাক খোৰা তিৰোতজনীৰ সৈতে পৰিচয় কৰাই দিছিল। খোৰা তিৰোতাজনীৰ গিৰিয়েককো গ্ৰেপ্তাৰ কৰা হল। থানাত সি ঘৈণীয়েকৰ লগত কাজিয়া আৰম্ভ কৰিলে। বেছ এটা চাব-লগীয়া দৃশ্য হৈ উঠিল সিহঁতৰ এই কাজিয়া।

তাক আন এটা কোঠালীলৈ লৈ যোৱা হল। তাত মই তাক তাৰ ঘৈণীয়েকে ইতিমধ্যেই সৈ কাঢ়ি প্ৰকৃত কথা কৈ দিছে বুলি কৈ তাৰ মনত বিশ্বাস জন্মাবলৈ চেষ্টা কৰিলো। কিন্তু সি একেবাৰে বিশ্বাস নকৰিলে। ঘৈণীয়েকৰ ওচৰলৈ তাক লৈ যোৱাত সি তাইক তাই কি বুলি কৈছে সুধিলে। ব্যাভিচাৰিণী তিৰোতাজনীয়ে ঘপহকৈ উত্তৰ দিলে, 'তুমিও যে এনে মূৰ্খ।' এই কথাত গিৰিয়েক তাইক বেয়া পোৱা যেন ভাও ধৰিলে, যেন এই প্ৰথমবাৰৰ কাৰণে ঘৈণীয়েকে তাৰ কথাত আসৈ ম্যাতি তাৰ লগত বিশ্বাসঘাতকতা কৰিছে। প্ৰকৃততে ঘৈণীয়েকে আনৰ লগত ব্যাভিচাৰত ৰতী হোৱাত সি অকণো বেয়া পোৱা নাছিল, কাৰণ সি নিজে এক নম্বৰ এলেহুৱা, ঘৈণীয়েকৰ পৰা জোৰ-জবৰদস্তি কৰি

টকা-পইচা নি মদ খায়গৈ। তাৰোপৰি তাইৰ লগত সহবাস কৰি তাৰ আমনি লাগিছিল। গতিকে ঘৈণীয়েকে আনৰ লগত বেয়া কাম কৰিলে, সি বেয়া পাবৰ কিটো আছে।

আনহাতে সিযো ঘৈণীয়েকৰ চকুৰ আঁৰত এচিৰাৰ সৈতে ব্যভিচাৰত লিপ্ত। এচিৰাই তাৰ বাহিৰে আনৰ লগত ব্যভিচাৰ কৰিলেও সি একো বেয়া নাপায। মই পুনৰ দোহাৰি কওঁ যে খোৰা তিৰোতাজনী ধুনীয়া আছিল। কিন্তু সহবাসৰ সময়ত তাই ভাগৰি পৰে, কাৰণ তাই তাইৰ চুটি ভৰি দুখনেৰে ভালদৰে ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰে। তাইৰ মনোৰম, কামোদ্দীপক সৌন্দৰ্য্য দেখি পুলিচ কমিচনাৰে ইতিমধ্যেই মনে মনে তাইক পাবলৈ বিচাৰিছিল। কমিচনাৰৰ এই মনোভাৱ লক্ষ্য কৰি গিৰিয়েকে মনতে ভালেই পাইছিল। যি নহওক, ঘৈণীযেকৰ কথাত সন্তুষ্ট নহৈ তাইক গালি-শপনি পৰাত তাই তাক চৰ মাৰি দিলে।

সিহঁতৰ ভিতৰত কাজিযা আৰম্ভ হল। মোৰ হাঁহি উঠিছিল, কিন্তু এচিৰা গম্ভীৰ হৈ আছিল। খোৰা তিৰোতাজনীযে তাইকো আঘাত কৰিব পাৰে বুলি ভাবি তাই কাজিয়াখন ভাঙি দিযাৰ কোনো চেষ্টা নকৰিলে। পুলিচো নিৰ্বিকাৰ হৈ থাকিল। কাজিযা চলি থকা সময়তে খোৰা তিৰোতাজনীৰ অন্তৰ্বাসৰ পৰা কিবা এটুকুৰা কাগজ ওলাই পৰিছিল। মই কাগজ টুকুৰা বুটলি লৈ পঢ়িলো। তাত লিখা আছিল

'আজি ৰাতিপুৱা মোক চাৰি হাজাৰ লিৰা দৰত বেচা বাইচাইকেলখনৰ বাবদ দুহাজাৰ লিৰা অমুকীক ( খোৰা তিৰোতাজনীৰ নাম লিখা আছে ) আদায দিযা হল। পুৰণি বাস্কেট আৰু ডাইনেম'ৰ ঠাইত নতুন বাস্কেট আৰু ডাইনেম' লগাই দিযাৰ পিছত বাকী থকা টকা দিয়া হব।' তাৰ-পিছত আছে ক্ৰেতাৰ নাম আৰু ঠিকনা।

ক্ৰেতাজনকো পুলিচে মাতি আনিলে। সি কলে যে বাইচাইকেলখন অপহৃত বুলি সি কিনাৰ সময়ত জনা নাছিল। খোৰা তিৰোতাজনী আৰু এচিৰাই তাক লগত লৈ দোকানলৈ গৈছিল আৰু সেই দোকানখনতে বাইচাইকেলখন আছে বুলি কৈছিল। গতিকে তাৰ কিনা কামটো বৈধ।

ইতিমধ্যে সিহঁতৰ জবানবন্দী লিপিবদ্ধ কৰা হৈছিল। বাইচাইকেল ব্যৱসাযী, খোৰা তিৰোতাজনী আৰু এচিৰাক জেললৈ লৈ যাবলৈ পুলিচ সাজু হল। এজন পুলিচে যেতিয়া এচিৰাক জেৰা কৰিছিল, তেতিয়া

তাই খঙত জ্বলি উঠিছিল। এচিৰা খঙাল, এইকথা মই ভালদৰে জানো। মানুহক তাই সহজে অপমান কৰিব পাৰে। তাই পুলিচজনক 'আকোৰ-গোঁজ' আৰু 'গুন্ডা' বুলি গালি পৰাত চিচিলিযান পুলিচজনে তাইক বাৰুকৈয়ে এক চৰ শোধালে। ইমান জোৰে সি চৰটো মাৰিছিল যে এচিৰাৰ গালত চাৰি আঙুলৰ দাগ ৰঙা হৈ জিলিকি উঠিল। মই তেতিয়া ভাবিলো যে যিজনী মাইকী এই চুৰিৰ বাবে দাযী, তাইৰ যথেষ্ট শাস্তি হৈছে। ইযাতকৈ বেছি শাস্তিৰ আৰু কি দৰকাৰ? মোৰ খং নাইকিয়া হল।

প্ৰথমতে যেতিয়া মোৰ খং উঠিছিল তেতিয়া মই কৈছিলো যে বাই-চাইকেল চুৰি কৰাৰ চিন্তাটো উদয হৈছিল খোৰা তিৰোতাজনীৰ গিৰিযেকৰ মনত, খোৰা তিৰোতাজনীযে মোৰ বাইচাইকেলখনকে চুৰি কৰিবলৈ আঙুলিযাই দিছিল, এচিৰাই সিহঁতক মোৰ ঘৰলৈ লৈ গৈছিল, আৰু ব্যবসাযীজনে বাইচাইকেলখন চুৰি মাল বুলি জানিও ৰাখি থৈছিল (সেই কাৰণেই বাইচাইকেলখন কোনে তাৰ দোকানলৈ আনিছিল, সেই কথা কবলৈ সি অস্বীকাৰ কৰিছিল)। যেহেতু এতিয়া এই কথাবোৰ সন্দেহাতীত-ভাৱে প্ৰমাণিত হল, তেনেস্থলত বেচেৰাহঁতৰ প্ৰতি নিষ্ঠুৰ হোৱা আৰু সিহঁতৰ ওপৰত প্ৰতিশোধ লোবাৰ লাভ কি। মানুহজনৰ খোৰা ঘৈণীযেকজনীৰ সৈতে মই বহুবাৰ অবৈধ সম্পৰ্কত লিপ্ত হৈছো। তাইক মই এঁকো বস্তু তো উপহাৰ হিচাপে দিযা নাই, এচিৰাযো মডেল হিচাপে মোক বহু সহায কৰিছে। গতিকে সিহঁতৰ ওপৰত প্ৰতিশোধ লোবাৰ ইচ্ছা মোৰ নাই। কেৱল বাইচাইকেল ব্যবসাযীজনৰ ওপৰতহে মোৰ প্ৰতিশোধ লোবাৰ ইচ্ছা তেতিয়াও আছিল।

হঠাতে মোৰ মনত পৰিল, ব্যবসাযীজনে বাইচাইকেলখনত আগৰ পুৰণি ডাইনেম' আৰু বাস্কেটৰ ঠাইত নতুন ডাইনেম' আৰু বাস্কেট লগাই দিছিল। সি হযতো ভাবিছিল যে যিহেতু এই দুটা বস্তু মোৰ নহয, গতিকে সি বাইচাইকেলখনো মোৰ নহয বুলি প্ৰমাণ কৰিব পাৰিব। এতিয়া সি মোৰ পৰা অনুগ্ৰহ পাবলৈযে হওক নাইবা পাহৰাৰ ফলতেই হওক, বস্তু দুটা ঘুৰাই নুখুজিলে। এইটোৱেই তাৰ শাস্তি হল। চোৰ-চুৰুণীহঁতৰ প্ৰত্যেকেই এইদৰে সিহঁতৰ কৃতকৰ্মৰ ফলস্বৰূপে শাস্তি পাইছে।

সুকুমাৰ ভাৱধাৰাৰ প্ৰতি মোৰ তীব্ৰ অনুভূতিৰ ফলত সাধাৰণতে কাৰো বিৰুদ্ধে আদালতত অভিযোগ কৰা নাইবা শাস্তি বিধান কৰা মই পছন্দ নকৰো। এই চোৰ-চুৰুণীহঁতকো আৰু বেছি শাস্তি দিযাবলৈ মোৰ সত নগ'ল। মই যেন সিহঁতৰ লগত অলপ ধেমালিহে কৰিলো। সাধু-সন্যাসীৰ দৰে মযো জানো যে এই মানৱী জীৱনটো খন্তেকীযা। আমি অজান ঠাইৰ পৰা কান্দি কান্দি এই পৃথিবীলৈ আহো, পৃথিবীত জীযাই থকাৰ অভিনয কৰি আকৌ অজান ঠাইলৈ গুচি যাওঁ। নতুনকৈ বেপ্টাইজ কৰা কেচুবা এটিত এই কথা তুমি স্মৰণ কৰাই দিযাগৈ। তাৰ আগত ভৱিষ্যত বাণী কৰাগৈ যে এদিন সি ফাঁচীকাঠত নাইবা ফাযাৰিং স্কোবাডত মৃত্যু বৰণ কৰিব। সি এজনী ব্যাভিচাৰী খোৰা তিৰোতাক বিযা কৰাৰ। নাইবা কোৱা গৈ যে কোন এক বিভাগৰ বা চৰকাৰৰ মুৰব্বী হিচাপে কাল কটোৱাৰ পিছত ৰাইজৰ গৰিহনাত সি তাৰ পৰা খেদা খাব আৰু তাৰ অন্তিম দিনবোৰ শোকলগা হৈ উঠিব।

মানুহে যদি জানিলেহেঁতেন পৃথিবীত সি কিমান জ্বালা যন্ত্ৰণা, শোক-তাপ ভুগিব লাগিব, তেন্তে ইচ্ছা কৰি কোনোৱে পৃথিবীত জন্মগ্ৰহণ নকৰিলেহেঁতেন।

দুখ-কষ্ট, জ্বালা-যন্ত্ৰণাত ভোগাৰ পৰা লাভ কি? বেছি যন্ত্ৰণা সহ্য কৰা মানুহ দীৰ্ঘজীবী হয নেকি? নহয। বৰং তাৰ জীৱন অকালতে শেষ হয। দাৰ্শনিক জ্ঞানপূৰ্ণ শিক্ষাতকৈ সান্ত্বনাৰ বাণীযেহে মানুহৰ মনলৈ শান্তি আনে। এই সান্ত্বনাৰ বাণীক চিত্তাকৰ্ষক ৰূপে লিখনীৰ মাজেৰে প্ৰকাশ কৰিবলৈ সাহিত্যিক সক্ষম। কিন্তু মানৱজীৱনৰ কাহিনী বৰ্ণনা কৰিবলৈ সাহিত্যও যথেষ্ট নহয। মানুহ জীয়াই থাকিব লাগে জীৱনৰ সমস্ত গৰ্ব-অহংকাৰৰ সৈতে, মানুহ হিচাপে তাৰ অন্তৰ্নিহিত মূল্যৰে সৈতে। কেৱল কিতাপৰ পাত ভৰাই মানৱ জীৱনৰ ঐশ্বৰ্য্যৰ কথা লিখিলে কিটো হব! লিখকে নিজৰ জীৱনত ঘটা দুৰ্ভাগ্যৰ কাহিনীবোৰ ইনাই-বিনাই লিখিলে বা আনন্দৰ কাহিনী উচ্ছ্বসিত সুৰত লিখিলে কাৰ কি লাভ হব। মই এতিযা বুঢ়া হৈ আহিছো, গতিকে অন্তদৃষ্টিৰ অনুশীলন কৰা মোৰ পক্ষে ভাল।

অৱসৰপ্ৰাপ্ত সৈন্যাধ্যক্ষসকলে যিদৰে যুদ্ধত দেখুৱা বীৰত্বৰ কাহিনী লিখে, সেইদৰে মযা মোৰ স্মৃতিকথা লিপিবদ্ধ কৰিছো। মই দেশৰ

বৰ্তমান শোকলগা ৰাজনৈতিক অৱস্থাৰ কথাও লিখিছো। মোৰ কাৰণে ই এক গুৰুত্বপূৰ্ণ কথা। আনহাতে লিখনীৰ জৰিয়তে লিখকে তেওঁৰ সমসাময়িক লোকৰ ওপৰত কাচিৎহে প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। আমাৰ দুৰ্ভাগ্য, ইটালীৰ ক্ষেত্ৰত এইকথা বৰ্ছিকৈ প্ৰতীয়মান হয়। আমি 'মামি'ত পৰিণত হৈছো, কেৱল গল্প কবলৈহে যেন আমি আছো, তাৰ বাহিৰে জীয়াই থকাৰ সাৰ্থকতা যেন আমাৰ নাইকিয়া হৈ গৈছে। কিন্তু এসময়ত আমি জীৱন্ত আছিলো। মহানগৰীত থকা হাজাৰ-বিজাৰ মানুহে আজি কল্পনা কৰিব নোৱাৰা এক স্বৰ্গীয় সুষমামণ্ডিত জীৱন এসময়ত মই যাপন কৰিছিলো। মই কাৰো ওচৰত নতি স্বীকাৰ কৰা নাছিলো। অন্যায়ৰ ওচৰত মূৰ নোদোঁৱাই মই গুচি গৈছিলো দূৰলৈ, যাতে মই মোৰ নিজত্ব বিসৰ্জন দিব লগীয়াত নপৰো, তাৰবাবেই এক স্বেচ্ছা নিৰ্বাসন বৰণ কৰি লৈছিলো।

তাৰ ফলত মোৰ যথেষ্ট লাভ হৈছিল, আগতকৈও বেছি ঐশ্বৰ্যশালী যেন মোৰ নিজকে অনুভৱ হৈছিল। হাবি-বননিয়েই হৈছিল মোৰ বাসস্থান। তাত মই এক গভীৰ প্ৰশান্তি উপলব্ধি কৰিছিলো। হাবি-বননিৰ দৃশ্যাবলীয়ে মোৰ মনলৈ আনিছিল এক অনিৰ্বচনীয় আনন্দ।

হাবি-বননিৰ মাজতে মানুহে সমস্ত বসন্তকাল এটা কটাব পাৰে প্ৰকৃতিৰ দৃশ্যাবলী চাই চাই। ফুলৰ মৌ খাবলৈ মাজে মাজে মৌ-ৰাণী, পখিলা বা মৌ-ৰজা আহে। মৌ-ৰাণীজনীৰ নাম এচিৰা, পখিলাজনীৰ নাম আনা ষ্টিকলাৰ আৰু মযেই বোধকৰো মৌ-ৰজা। কিন্তু কেৱল সোণালী মৌ বা পখিলায়েই নহয়, সমস্ত বিশ্বখনেই যেন গছ-বননিৰ পাতে পাতে বতাহত হালি-জালি আছে।

খোৰা তিৰোতাজনীৰ কথা ভাবি মোৰ খুব দুখ লাগিল। ইমান সময় কথাটো মোৰ মনত পৰা নাছিল। তাই ইমান সময় জেলত আবদ্ধ হৈ আছে। সিফালে তাইৰ ঘৰত দুটা ল'ৰা-ছোৱালী আছে। ল'ৰা-ছোৱালী দুটাৰ এটাই সিহঁতৰ মাকজনী যে চুৰুণী আৰু ইমান সময় মাক যে জেলত আবদ্ধ হৈ আছে, সেইকথা বোধকৰো বুজিব পৰা হৈছে, আনটো একেবাৰে কেঁচুৱা, সি হয়তো মাকক নাপাই কান্দি আছে।

বিচাৰকসকলে ৰায় দিবৰ সময়ত এই কথাবোৰ বাৰু নাভাবে কেলেই? তেওঁলোকে হৃদয়লৈ এক কৃত্ৰিম নিষ্ক্ৰিয়তাৰ ভাব কেনেকৈ আনে

বাৰু ? প্ৰকৃতপক্ষে আদালতত কোনো বিচাৰ নিষ্পত্তি কৰিব লাগে মানৱিকতাৰ দৃষ্টিকোণৰ পৰা। প্ৰকৃতিলৈ দৃষ্টিপাত কৰা, প্ৰকৃতি আমাৰ মাতৃ আৰু শিক্ষয়িত্ৰী। যদিও প্ৰকৃতিৰ অনেক আদিম আৰু সাংঘাতিক ভুল আছে, তথাপি আমি প্ৰকৃতিক অভিসম্পাত নিদিওঁ। প্ৰকৃতিয়ে শাস্তি দিয়ে সঁচা, কিন্তু তেও নিষ্ঠুৰা নহয়, মানৱ-বিচাৰকৰ দৰে তেওঁ নিৰ্দয় হৈ কাম নকৰে। প্ৰকৃতিয়ে মানুহক শুদ্ধ পথলৈ আনিবৰ কাৰণেহে শাস্তি বিধান কৰে।

দুৰ্ঘোৰ সুৰাপায়ী এজনলৈ লক্ষ্য কৰা। সি লাহে লাহে সুৰাপানত আসক্ত হৈ পৰে। যদি সি সুৰাপানৰ পৰা বিৰত নহয়, তেন্তে প্ৰকৃতিয়ে ক্ৰমে ক্ৰমে তাক শাস্তি দিয়ে।

প্ৰকৃতিও নিষ্ঠুৰা, কিন্তু মানৱ-বিচাৰকতকৈ কম নিষ্ঠুৰা। মানৱ-বিচাৰকে মানুহৰ শিৰশ্ছেদ কৰে বা কৰোৱায়, গুলী কৰি মাৰে বা মৰোৱায়। নিজে মাৰি পেলোবা বা আনৰ হতুৱাই মৰোৱা একেই কথা, নহয় জানো ? মানুহক মানুহৰ পৰা বিচ্ছিন্ন কৰি জেলত পচিবলৈ দিয়ে। এই বিচাৰকসকলে শাস্তি পোৱা মানুহজন সৎপথলৈ আহিছে নে নাই, তাৰ প্ৰতি কোনো লক্ষ্য নাৰাখে। অপৰাধীজনে অনুতাপ কৰিলেও বিচাৰৰ ৰায়ৰ কোনো হেৰফেৰ নহয়। কাৰণ বিচাৰপদ্ধতি এক বিধিবদ্ধ ধৰা-বন্ধা আইন অনুসৰি সম্পাদিত হয়, সেই আইনত 'শাস্তি' দিয়াৰ বাহিৰে আন একো কথা নাই। খোৱা-তিৰোতাজনীৰ গিৰিয়েকজনে তেল চুৰি কাৰ্য্যত লিপ্ত হোৱাৰ আগতে মানুহৰ ঘৰত চূণ-তেল দিয়া কাম কৰি জীৱিকা অৰ্জন কৰিছিল, তেতিয়া তাৰ চুৰি কৰাৰ প্ৰয়োজনো নাছিল। চুৰি কৰা মানুহবোৰ যে সদায়েই অসৎ কামত লিপ্ত, সেইটোও স্বতঃসিদ্ধ নহয়। তাৰোপৰি চোৰ নো নহয় কোন ?

মই জানো প্ৰকৃতিৰ পৰা অনুপ্ৰেৰণা চুৰি কৰি নানো ? এচিৰাৰ পৰাও মই চুৰি কৰিছো। তাইক মোৰ কামত খটুৱাই তাইৰ জীৱনৰ পৰা কিছু সময় মই চুৰি কৰা নাই জানো ?

আনহাতে হঠাতে মই ভাবিলো, আন আটাইবোৰ নিৰপৰাধী, কেৱল মইহে দোষী। মই প্ৰায়ে এই কথা ভাবো। মই নিজকে জানো, বিশুদ্ধতাৰ চকনিখন কিমান পাতল, সেই কথাও জানো। এই জ্ঞানৰ কাৰণে মোৰ নিজকে অপৰাধী যেন অনুভৱ হয়। সাধুপুৰুষ কোনো

নহয়, সাধু কোনো নাছিল, কাৰণ জন্মতে কোনো লোক সাধুপুৰুষ হৈ নাহে, পিছতহে সাধু হয়। নৰ্ক'য়াৰ সন্ত বেনিডিক্ট, সন্ত ফিলিপ নেৰী পিছতহে সন্ত হিচাপে পৰিগণিত হৈছিল। সন্ত সকলো জীৱনৰ আগছোৱাত চয়তান-বদমাচ আছিল। নিষ্ক্রিয়, অবিশ্বাস্য সাধুতাৰ প্ৰতিমূৰ্তি সকলৰ পৰা সাবধান হোবা। মোক তুমি বিশ্বাস কৰিব পাৰা, কাৰণ এসময়ত মই নিজেই চয়তান আছিলো।

এইবাৰ সিদ্ধান্তত উপনীত হোৱাৰ পিছত মই বিবেকৰ তাড়নাৰ পৰা নিজকে মুক্ত কৰিবলৈ বাট বিচাৰিলো। মই চোৰ, চুৰুণী আৰু অপহৃত বস্তুৰ গ্ৰহীতা ব্যৱসায়ীজনৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লৈছিলো সঁচা, কিন্তু এতিয়া মযেই সিহঁতৰ মুক্তিৰ কাৰণে প্ৰাৰ্থনা জনালো। পুলিচ আৰু বিচাৰকহঁতৰ মতে মোৰ এই কামটো গৰ্হিত। যি নহওক, অৱশেষত মই সিহঁতক মুক্তি দিয়াই ঘৰলৈ পঠিয়াই দিবলৈ সক্ষম হৈছিলো।

পুলিচৰ মুখ্য কাৰ্য্যালয়টো দুৰ্গন্ধময়। পুলিচবোৰ এনেকুৱা পৰিবেশত কেনেকৈ জীয়াই থাকে বা কাৰাধ্যক্ষহঁতেই বা কেনেকৈ কাম কৰে, মই কব নোৱাৰো। মই চোৰ, চুৰুণী আৰু ব্যৱসায়ীজনক মুক্তি দিবলৈ অনুৰোধ কৰিলো।

মই ভাবিছিলো যে পুলিচহঁতে মোক এক নম্বৰ বুৰ্বক বুলি ভাবিব। এজন পুলিচে ভাবিলে যে চাৰিওজন অপৰাধীকে এৰি দিলে সি সিহঁতক পহৰা দিয়া বিৰক্তিকৰ কামৰ পৰা ৰক্ষা পাব। সি মোৰ ফালে চাই আনন্দত হাঁহি মাৰিলে। পুলিচৰ বৰচাহাবে মই বলিয়া হৈছো বুলি সন্দেহ কৰিলে।

বোধহয় মই সঁচাকৈয়ে বলিয়া। কিন্তু মোক বলিয়া আখ্যা নিদিবা। মই যে তোমাক জ্ঞানবৃদ্ধ, সেইকথা অনুভৱ কৰি তুমিও আনন্দ লভা। মোৰ অনুভূতি ধ্বংস নকৰিবা। মোক নিজৰ প্ৰতি, কাব্যিক প্ৰেৰণাৰ প্ৰতি অচল-অটল হৈ থাকিবলৈ দিয়া। মোৰ চিন্তাধাৰা অনুসৰণ কৰিবলৈ চেষ্টা কৰা। যদি সৰহভাগ মানুহে মোৰ নিচিনাকৈ চিন্তা কৰিলেহেঁতেন, তেন্তে চৰকাৰ দুৰ্বল হৈ পৰি ছায়াৰ দৰে অশৰীৰী হৈ গ'লহেঁতেন। প্ৰকৃততে চৰকাৰ আৰু পুলিচ হব লাগে ছায়াৰ দৰে, অজানাৰ পৰা পৃথিৱীলৈ আকৌ অজানা অভিমুখে যাত্ৰা কৰা তীৰ্থযাত্ৰী-সকলক স্নিগ্ধ আলোকৰ মাজেৰে বাট দেখুৱাই নিব লাগে। দুৰ্বল

আৰু শ্ৰান্ত মানুহক ছায়া হৈ আশ্ৰয় নিদিলেও চৰকাৰে সিহঁতৰ প্ৰতি মৰম দেখুৱাব লাগে, অসুস্থ মানুহক শুশ্ৰূষা কৰিব লাগে, অস্পৃশ্যক আশ্ৰয় দিব লাগে, নিঃসহায়ক সহায় কৰিব লাগে, নিৰক্ষৰক শিক্ষা দিব লাগে আৰু অত্যাচাৰীক দমন কৰিব লাগে। ইয়াৰ বাহিৰে চৰকাৰৰ আৰু কি কাম আছে কৰিবলৈ। অত্যাচাৰী নৰপশুক দমন কৰিবলৈ শাৰীৰিক শাস্তিয়েই যথেষ্ট নহয়, সিহঁতৰ মনকো লাহে লাহে সৎপথৰ ফালে ধাবিত কৰাব লাগে। চৰকাৰ হব লাগে মৌমাখি আৰু পখিলাৰ দৰে, মহ-ডাঁহ আৰু সাপৰ দৰে হব নালাগে।

এতিয়া মই কেইদিনমান আগতে চুৰি হোৱা মোৰ বাইচাইকেলখনৰ কথালৈ আহোঁ। মই মোৰ মৰমৰ এলুমিনিয়ামৰ বাইচাইকেলখন পানীত পৰিল বুলি আশা পৰিত্যাগ কৰো নে আকৌ এবাৰ উদ্ধাৰৰ বাবে মৰো জীয়ো সোঁ আধিকৈ শেষ চেষ্টা কৰি চাওঁ ?

এজন নাপিতে মোক ধেমালি কৰি কৈছিল যে বাইচাইকেলখন ঘুৰাই পোৱাৰ এটা উপায় হৈছে আন এখন বাইচাইকেল চুৰি কৰা। ৰোমান-সকল ধনী আৰু ধূৰ্ত, গতিকে বাইচাইকেল হেৰালে সিহঁতে হেৰোৱাখন উদ্ধাৰ কৰিবলৈ যত্ন নকৰি আন মানুহৰ বাইচাইকেল চুৰি কৰিবলৈ যত্ন কৰে। মোৰ আৱশ্যক কিছু সাহসৰ, চেলুন বা জোতাৰ দোকানৰ দাঁতিৰ আলিবাটত থিয় লৈ লক্ষ্য কৰিব লাগিব কোনে মোৰ নিচিনাকৈ অমনযোগী হিচাপে বাইচাইকেল আলিবাটৰ দাঁতিত এৰি দোকানত সোমায়, দোকানত সোমোৱা মাত্রেই বাইচাইকেলখনত জঁপিয়াই উঠি জোৰেৰে পেডেল মাৰি গুচি যাব লাগিব। কুৰি ফুটমান ৰাস্তা অতিক্রম কৰিলে মোক আৰু কোনোৱে ধৰিব নোৱাৰিব। ৰোম ইমান বিশাল যে তাত মোক আৰু কোনোবে চিনি পোৱাৰ ভয় নাই। কিন্তু পঞ্চাশ বছৰ সহজ সৰল কবিতাৰ দৰে পোনপটীয়া জীৱনযাপন কৰাৰ পিছত চোৰ হবলৈ যোৱা! হে ভগবান! পঞ্চাশ বছৰৰ পিছত চোৰ হওঁ কেনেকৈ ?

এইটো সঁচা যে আজিকালি পৃথিৱীৰ ডাঙৰ ডাঙৰ ৰাজধানী চহৰবোৰত মানুহক কেনেকৈ সহজে হত্যা কৰিব পাৰি তাকে চাবলৈ ধেমালি কৰি মানুহ খুন কৰা কাৰ্য্য প্ৰায়েই ঘটে। আজিকালি আমি মৰুভূমিত থকা আৰববোৰৰ দৰে হৈছো। ৰাতি হাঁহ চিকাৰ কৰিবলৈ যোৱা নিৰ্ভীক চিকাৰীৰ জোতাযোৰ চুৰি কৰিবৰ বাবে চিকাৰীজনক খুন কৰা সিহঁতৰ মানত মামুলী কথা। গোপনে লুকাই থাকি চিকাৰীক হত্যা কৰাটো সিহঁতে এটা ধেমালিৰ কথা বুলি ভাবে। তথাপিও চোৰ চোৰেই আৰু আৰব আৰবেই। মই কিন্তু এতিয়ালৈ চোৰৰ ভূমিকা কেতিয়াও লোৱা নাই।

বাইচাইকেলখন উদ্ধাৰ কৰাৰ আন কি সৎ পন্থা আছে ? মই উভয় সংকটত পৰা মানুহৰ দৰে হলো। হেৰোৱা বস্তু বিচাৰি উলিওৱাত আনন্দ আছে। গতিকে মই গভীৰভাবে কি উপায় অৱলম্বন কৰিম চিন্তা কৰিলো। চোৰটোৰ ওচৰ চাপি মোৰ বস্তু মোক ঘূৰাই দিবলৈ অনুৰোধ কৰিম বুলি ভাবিলো। কিন্তু চোৰে জানো মোৰ অনুৰোধ ৰক্ষা কৰিব ? সিহঁতে চুৰি কৰা বস্তু নিজে ৰাখি থবৰ কাৰণে চুৰি নকৰে, বিক্ৰী কৰি ধন ঘটিবলৈহে চুৰি কৰে। চুৰি কৰাই সিহঁতৰ ব্যৱসায়। মুনাফাৰ কাৰণেই সিহঁতে ব্যৱসায় কৰে।

ভবা মতে কাম কৰিবলৈ হলে মই পাম্পাৰ ওচৰলৈ গৈ তাক ভদ্ৰভাবে মোৰ কথাখিনি কব লাগিব। কিন্তু কেনেকৈ আৰু কেতিয়া মই তাৰ ওচৰলৈ যাম ? সি মোক বেয়া পাইছে, মযো তাক ঘিণ কৰো। ভিয়া ডেল পেনিকোত ঘটা ঘটনাটো যদিও বৰ ডাঙৰ একো নহয়, তথাপি প্ৰায় কাজিযাত পৰিণত হৈছিল। গতিকে এতিয়া সেই আলিবাটটোৰে যোৱাটো মোৰ পক্ষে বিপদজনক হব পাৰে।

এনেতে মোৰ মনত পৰিল ফ্ৰোৰিন্দালৈ। তাইৰ বাপেকে কালাব্ৰিযাৰ কচেনজা চহৰত কচাইৰ কাম কৰে। তাইক মই চিনি পাও। আজি কেবা বছৰৰ পৰা তাই ৰোমত আছে। বহু গাঁৱলীয়া খেতিয়কৰ ছোবালীৰ নিচিনাকৈ তাযো গাঁবলীয়া জীবনৰ ওপৰত বিতৃষ্ণ হৈ চহৰলৈ আহি ভোগ-বিলাসৰ স্ৰোতত নিজকে উটুবাই দিছে।

গাঁৱৰ সংকীৰ্ণ আবিযৈ জীবনৰ প্ৰতি বিতৃষ্ণ হৈ খেতিযকৰ ছোৱালীবোৰে মাক-বাপেকৰ অজ্ঞাতে গাঁবতে প্ৰেম কৰিবলৈ শিকে। সিহঁতক বিপথগামী কৰা মানুহৰ অভাৱ নাই। প্ৰত্যেক গাঁবতেই চাৰি-পাঁচজন এনেকুৱা বেকাৰ ডেকা ল'ৰা থাকে। কামোন্মত্তা হৈ মাইকী মানুহে আৰু আজলী ছোবালীহঁতে নিজকে সিহঁতৰ বাহ বন্ধনৰ মাজত এৰি দিযে। আজলী সদ্য যৌৱনপ্ৰাপ্ত ছোৱালীবোৰৰ মন সিহঁতে সহজে জয কৰি লয। ডেকাল'ৰাহঁতে চোলাৰ বুটামত ফুল গুজি গীটাৰ বজাই ছোৱালীহঁতৰ ঘৰৰ সম্মুখেৰে ঘুৰি ফুৰে আৰু ঘৰৰ খিৰিকীৰে ভুমুকি মাৰে। কেতিয়াবা ছোৱালীৰ খঙাল বাপেকৰ হাতত এই ধিতিঙা ডেকাহঁতে মাৰো খায। কিন্তু আজিকালি এনেকুৱা খঙাল বাপেক নাই বুলিলেই হয়। ছোৱালীৰ চলন-ফুৰণৰ প্ৰতি লক্ষ্য ৰখা বাপেকো দুই-

এটাহে আছে, সৰহভাগেই ছোৱালীহঁতৰ কাৰ্য্যকলাপৰ প্ৰতি আওকণীয়া।

একালত কথাই কথাই ছুৰি মৰামাৰি হোৱা কালাব্ৰিযাৰ নিচিনা ঠাইতো আজিকালি মাক-বাপেকে ছোৱালীৰ ওঠৰ বছৰ বয়স হোৱাৰ পিছত তাইৰ প্ৰতি চকু-কাণ দিবলৈ এৰে, গতিকে আন ঠাইৰ কথা নো আৰু কি ক'ম। চৰাই-চিৰিকটিযেও তাকেই কৰে। মাইকী চৰাইজনীযে কণী পৰাৰ সময়ত মতাটোৱে ৰখীয়া হৈ থাকে, উমনিৰ পিছত সৰু সৰু পোৱালি-বোৰ কণীৰ পৰা ওলায, নোম, পাখি, নেজ গজি উৰিব পৰা হোবা অবস্থা পালে মাক-বাপেকে পোবালিবোৰক ঠোঁটেৰে ধৰি বাহৰ দাঁতিলৈ নি বাহিৰলৈ গুচি যাবৰ কাৰণে এৰি দিযে।

এইদৰেই চৰাই-পোবালিবোৰে উৰিবলৈ শিকে। বতাহৰ মাজেৰে ওপৰলৈ চক্ৰাকাৰে উৰি যাওঁতে সিহঁতৰ পাখিত ধপ-ধপনি উঠে, ওপৰৰ পৰা ঘাঁহনিৰ ওপৰলৈ ধপধপকৈ পৰি পাখি বোবায, কিন্তু বেছি সময় পৰি নাথাকি আকৌ ওপৰলৈ উঠে, অবশেষত সিহঁতে উৰা কৌশল আযত্ব কৰিবলৈ সক্ষম হয।

পশু-পক্ষীযে যদি সিহঁতৰ পোবালিৰ প্ৰতি এনেকুৱা ভাব পোষণ কৰিব পাৰে, তেন্তে স্কোৰিস্দাহঁতৰ মাক-বাপেকেই বা নোবাৰিব কেলেই? মই হলে মোৰ ল'ৰা-ছোবালীক এনেকৈ বেলেগ হৈ গুচি যাবলৈ দিব নোৱাৰিম। মোৰ অকণমানি লুচিযানাজনী সৰু হৈ আছে কাৰণেহে মই এনেদৰে কবলৈ সক্ষম হৈছো। কালি মোক এগৰাকী বুঢ়ীযে কৈছিল যে আজিকালি ল'ৰা-ছোবালী জন্ম দিযাৰ পৰা মাক-বাপেকৰ কোনো উপকাৰ নহয। সাধাৰণ খেতিযক পৰিযালত ল'ৰা ওঠৰ বছৰ বযসীযা হোৱাৰ পিছত সিযে ঘৰখনৰ প্ৰধান গুৰিযাল হৈ উঠে, আন-হাতে ছোবালী ওঠৰ বছৰ বযসীযা হোবাৰ পিছত তাই ভেৰা ৰখা, তাঁত বোৱা ইত্যাদি কাম কৰিবলৈ এৰি দিযে, কেবল প্ৰেম কৰিবলৈহে তাইৰ ইচ্ছা হয। গতিকে মাক-বাপেকো তাইৰ ওপৰত বিৰক্ত হৈ উঠি তাইক য'লৈ ইচ্ছা ত'লৈ যাবলৈ এৰি দিযে। প্ৰথমতে আনকি সিহঁতে তাইৰ প্ৰেম কৰা কাৰ্য্যতো অনুমতি দিযে।

যদি প্ৰেমিকজন সৎ হয, তেন্তে সিহঁতে ছোৱালীজনীক বিযা কৰাবলৈ তাক বাধ্য কৰায, যদি অসৎ হয, তেন্তে এই স্থবিধাকে লৈ মাক-বাপেকে

ছোৱালীজনীক লিগিৰী কাম কৰিবলৈ ৰোমলৈ পঠিয়াই দিয়ে। প্ৰত্যেক কুৰি বছৰ বয়সীয়া কৃষক-ছোৱালীয়ে মহানগৰীত বাস কৰিবলৈ হেপাহ কৰে। তাই ইতিমধ্যেই বুজি পায় যে কঠিন পৰিশ্ৰম কৰি লাভ নাই ধুনীয়া ছোৱালীৰ কাৰণে বিয়া নকৰোবাটোৱেই উপযুক্ত পন্থা। আজি-কালি গাঁৱলীয়া ছোৱালীয়েও জানে যে প্ৰাক-বৈবাহিক জীৱনেই হৈছে জীৱন উপভোগ কৰা কাল।

কিন্তু গাঁৱত এইদৰে জীৱন উপভোগ কৰা অসুবিধা। তাত ধৰ্মযাজক আছে, গাঁৱৰ মানুহবোৰো কুৎসা ৰটনা কৰাত ওস্তাদ। গতিকে ৰোমলৈ গৈ লিগিৰী কামত সোমোৱাই ভাল। আজিকালি আটায়ে জানে যে ৰোমৰ বেছিভাগ গৃহস্থালীত লিগিৰীবিলাকেই প্ৰকৃততে গিৰিহঁতনী।

প্ৰথমতে অহাৰ সময়ত সিহঁতৰ অৱস্থা গাঁৱলীয়াৰ দৰেই হৈ থাকে। লিগিৰী কামত সোমোৱাৰ তিনি মাহ মানৰ ভিতৰতে সিহঁত গৃহস্বামীৰ বান্ধৱী আৰু অবৈধ প্ৰণয়িনী হৈ উঠে। গতিকে উভতি যোৱাৰ সময়ত সিহঁতৰ অৱস্থা বেছ টনকিয়াল হৈ উঠে। সাধাৰণতে চৌখীন মহিলাই এযোৰ ভাল কাপোৰ সাত-আঠবাৰমান পিন্ধাৰ পিছত লিগিৰীক দান কৰি দিয়ে, কাৰণ ইতিমধ্যে নতুন ফেচনৰ আমদানী হয়। লিগিৰীবোৰৰ চেহেৰা স্বাস্থ্যোজ্জ্বল, ভৰি ধুনীয়া, উৰু লৱণুসদৃশ, গতিকে সিহঁত মোহময়ী। গৃহস্বামীহঁতৰ সৰহভাগেই চিনেমা আৰু সস্তীয়া উপন্যাসৰ নামত উন্মাদ, কড়া চিগাৰেট, মদ আৰু জুৱাখেলত সিহঁতৰ ভীষণ নিচা। গতিকে ধুনীয়া লিগিৰীহঁতৰ প্ৰতি গৃহস্বামীহঁতৰ কামনা প্ৰবল। লিগিৰী ছোৱালীহঁতেও কেৱল প্ৰেম কৰিবলৈহে বিচাৰে। বজাৰলৈ যাওঁতে সিহঁতে চাৰ্জেণ্ট বা সৰুসুৰা কৰ্মচাৰীৰ সংগ লয়গৈ। এইটো সকলোৱে জনা কথা।

ক্লোৰিন্দাও এইদৰে আহি এদিন ৰোমত উপস্থিত হৈছিলহি। আদ্দিচ আবাবাৰ পৰা কিছুদিন আগতে উভতি অহা এহাল স্বামী-স্ত্ৰীৰ ঘৰত তাই লিগিৰী হিচাপে সোমাল। মাইকীজনীৰ গিৰিয়েকে আদ্দিচ আবাবাৰ দৰবাৰত কাম কৰিছিল। তাৰোপৰি আন কিবাকিবি সন্দেহ-জনক ব্যৱসায় কৰি সি যথেষ্ট টকা-পইচা উপাৰ্জন কৰিছিল।

আফ্ৰিকাৰ পৰা তাৰ ঘৈণীয়েকে যথেষ্ট গহনা পাতি আনিছিল। ক্লোৰিন্দাই কামত সোমাই কেবা মাহো বেছ আনন্দেৰে কটালে।

গৃহস্বামীজন ফ্লোৰিন্দাৰ গুপ্ত প্ৰণয়ী হ'ল। ঘৈণীয়েকে এই কথা গম পালে যদিও, নজনা ভাও ধৰি থাকি জাৰ্মান ৰাষ্ট্ৰদূতাবাসৰ এজন কৰ্ম-চাৰীৰ লগত অবৈধ প্ৰণয়ত লিপ্ত হৈ গিৰিয়েকৰ ওপৰত প্ৰতিশোধ ল'লে। লাহে লাহে সিহঁতৰ জমা টকা শেষ হৈ অহাত এই জাৰ্মান কৰ্মচাৰীজনে গিৰিযেকজনক জাৰ্মানিলৈ গৈ ৰাজনৈতিক প্ৰশিক্ষণ সংস্থা এটাত যোগ দিবলৈ উপদেশ দিলে। সিয়ো অতি আনন্দমনেৰে বিশ্বাসঘাতিনী ঘৈণীযেকজনীক এৰি ৰোম পৰিত্যাগ কৰি জাৰ্মানিলৈ গুচি গ'ল।

গিৰিয়েকজন গুচি যোৱাৰ পিছত জাৰ্মান কৰ্মচাৰীজনে তাৰ ঘৰটো প্ৰায় এটা বেশ্যালযত পৰিণত কৰিলে। ঘৈণীযেকজনীযে বেশ্যা সংগ্ৰহ-কাৰিণীৰ ভূমিকা ল'লে। বোধকৰো আগ্ৰিকাতো তাই এই ব্যৱসায় কৰিয়েই টকা ঘটিছিল। যি তিৰোতাই প্ৰথমেৰপৰাই সতীত্ব অক্ষুণ্ণ ৰাখে, তেনেকুৱা তিৰোতা তৎক্ষণাৎ অসতী হৈ নপৰে। এই কথাত দ্বিমত হোৱাৰ কোনো কাৰণ নাই যে ত্ৰিশ বছৰ বযসলৈ যদি কোনো তিৰোতা সতী হৈ থাকে, তেন্তে একান্তই এৰাব নোৱাৰা দুৰ্ভাগ্যজনক পৰিস্থিতি আৰু আৱশ্যকতা নহ'লে তাই সতীত্ব বিসৰ্জন নিদিযে। কৰ্মচাৰীজনে সেই ঘৰটোলৈ আন আন কৰ্মচাৰীকো লৈ আহিবলৈ আৰম্ভ কৰিলে, ফ্লোৰিন্দাৰ কাৰণে আনিলে বচা বচা লোক। গিৰিহঁতনীয়ে তুৰিন চহৰত থকা তাইৰ ভনীযেককো তালৈ লৈ আহিল। মালিকনীৰ মনত সন্তোষ দিবৰ কাৰণে ফ্লোৰিন্দাই মৌৰিয়া আঁতোনিতা বোলা তাইৰ বান্ধবী এজনীকো আনিলে। এই ছোৱালীজনীৰ বিষযে মই পিছত ক'ম। তাইৰ জৰিযতেই মই ফ্লোৰিন্দাক লগ পাইছিলো।

মৌৰিযা আঁতোনিতা আছিল এজনী মডেল। ফ্লোৰিন্দাই তাইক প্ৰলোভন দেখুৱাই তাইৰ লগত থাকিবলৈ অৰ্থাৎ বেশ্যালী কৰিবলৈ লৈ গৈছিল। চাৰিজনী তিৰোতা আৰু দহ-বাৰজনমান পুৰুষ সেই কুখ্যাত ঘৰটোত ব্যভিচাৰ কাৰ্য্যত লিপ্ত আছিল। অৱশেষত তিৰোতাকেইজনীৰ মাজত ঈৰ্ষাজনিত কাজিযা আৰম্ভ হ'ল। ফলত ফ্লোৰিন্দা আৰু মৌৰিয়া আঁতোনিতাই তাৰপৰা খেদা খালে।

কাজিযাৰ প্ৰধান কাৰণ আছিল আঁতোনিতা, কাৰণ তাই খুব ধুনীযা। কিন্তু তাইৰ ভৰি দুখন অলপ অভজা আছিল। অৱশ্যে সহজে তাইৰ এই খুঁট কেৱে ধৰিব নোৱাৰে। যি কোনো ধুনীয়া

তিৰোতাৰে কিবা নহয় কিবা এটা খুঁট থাকিবই। কিন্তু আঁতোনিতাৰ মুখৰ সৌন্দৰ্য্য অপূৰ্ব। তাইৰ মুখখনৰ সৈতে কুকুৰ নেচীয়া বাঘৰ মুখৰ অলপ সাদৃশ্য আছে নেকি? যি নহওক কিয়, তাইৰ মুখখন আছিল অতিকৈ ধুনীয়া—নাকটো অকমান ওপৰলৈ উঠা, ওঁঠ দুটা পাতল, থুতুৰিটো সৰু, চকুদুটা বহল, ৰঙা আৰু বাদামী ৰং মিহলাই কৰা এক আশ্চৰ্য্য বৰণেৰে চুলিবোৰ বুলোৱা মই তাইৰ সৌন্দৰ্য্য ভালদৰে বৰ্ণনা কৰিব পৰা নাই, কাৰণ তাইৰ সৌন্দৰ্য্য বৰ্ণনাতীত।

ওপৰোক্ত বাসস্থানৰপৰা খেদাখাই দুযোজনীয়ে প্ৰথমে হোটেলবোৰৰ আশে-পাশে ঘূৰিছিল, শেষত আলিবাটত চিকাৰ সংগ্ৰহ কৰাত লাগিল। কিন্তু যাকে-তাকে সিহঁতে সংগ নিদিছিল, যিবোৰ মানুহে সিহঁতৰ মূল্য বুজি পায়, তেনে মানুহকহে সিহঁতে পছন্দ কৰিছিল। ফলত সৰহকৈ টকা দিব পৰা মানুহ, ডেকা মানুহ, ধুনীয়া সৈনিক বা নাবিকেহে সিহতঁক উপভোগ কৰিব পাৰিছিল। নৌ-বিভাগৰ লোকৰ প্ৰতি ছোৱালী দুজনীৰ দুৰ্বলতা আছিল। উদাহৰণ স্বৰূপে কব পাৰি যে আঁতোনিতাৰ টকাৰে এজন নাবিকে এযোৰ জোতা কিনি লৈছিল। ফ্লোৰিন্দাই নিজৰ টকাৰে আন এজন নাবিকক এটা দামী কেমেৰা কিনি দিছিল। আন এজনক ফ্লোৰিন্দাই টকাৰে সৈতে চেভিংচ বুক এটা দিছিল। সি চেভিংচ বুকটোৰ টকা উলিয়াই খৰচ কৰি উৰাই দিছিল। নাবিকবোৰৰ সৈতে ফ্লোৰিন্দা আৰু আঁতোনিতা সদায় সন্ধিয়া চিনেমা চাবলৈ গৈছিল নাবিকহঁতৰ টিকেটৰ পইচাও ছোৱালী দুজনীয়ে নিজৰ জেপৰপৰা দিছিল।

সেইসময়ত ফ্লোৰিন্দা আৰু আঁতোনিতা মাজে মাজে পঁজ দিবলৈ মোৰ ষ্টুডিঅলৈ আহিছিল। প্ৰকৃতপক্ষে সিহঁতৰ সুবিধা মতে অলপ স্ফূৰ্তি কৰিবলৈহে মোৰ ওচৰলৈ আহিছিল। মই সিহঁতক মাতি অনা নাছিলো। যেতিয়া সিহঁতৰ কলৈকো যোবাৰ সকাম নাথাকে বা হাতত টকা-পইচা নাইকিয়া হয়, তেতিয়াহে সিহঁত মোৰ ওচৰলৈ আহে, দুঘণ্টামান যিদৰে মন যায় সেইদৰে পঁজ দি খোৱা পিয়া সমাধা কৰি জিৰণি লৈ আকৌ গুচি যায়।

অৱশেষত আঁতোনিতাই এজন জাৰ্মান এচ এচ সৈন্যৰ প্ৰেমত পৰি জাৰ্মানিত কাম কৰিবৰ বাবে যাবলৈ সিদ্ধান্ত কৰিলে। কাম কৰিবলৈ

প্ৰকৃততে তাইৰ সমূলি ইচ্ছা নাছিল, তথাপি মেকানিক হিচাপে তাই নাম ভৰ্তি কৰিলে। মই তাইক জাৰ্মানিলৈ যাবলৈ হাক দিলো, কিন্তু তাই নামানিলে। ফ্লোৰিন্দা থাকিল। তাই জাৰ্মানবোৰৰ লগত আগৰ দৰেই মিলিজুলি থাকিবলৈ ধৰিলে। অৱশেষত অভিজ্ঞতাৰ জৰিয়তে তাই উপলব্ধি কৰিলে যে বেশ্যালী বৰ বেয়া ব্যৱসায়। তাই অন্যমনস্ক, উদ্দীপনাহীন, নীৰৱ হৈ কামশীতল তিৰোতাত পৰিণত হল। অৱশেষত তাই প্ৰথম শ্ৰেণীৰ বেশ্যা বুলি পৰিগণিত হল।

বৰ্তমান সময়ত ফ্লোৰিন্দাই আমেৰিকান সকলৰ সৈতে ব্যৱসায় আৰম্ভ কৰিছে। ভিয়া ডেল পেনিকোৰ ওচৰত তাই এটা সৰু কোঠালী ভাৰা কৰি লৈছে। ঘৰটো চূণ তেল লগোৱা, খটখিটিবোৰো পৰিস্কাৰ-পৰিচ্ছন্ন, দুৱাৰ মাত্ৰ দুখন—এখন ভিতৰলৈ সোমাবৰ কাৰণে, আনখান বাহিৰলৈ ওলাবৰ কাৰণে। ঘৰটো দেখিবলৈ প্ৰমোদস্থলী যেনেই লাগে। তাতে তাই ৰাণীৰদৰে থাকে। মাহে তাই উপাৰ্জন কৰে সত্তৰ হাজাৰ ডলাৰ। দৈনিক এহাজাৰ খোৱা-লোৱাত খৰচ কৰে আৰু এহাজাৰ জোতা-মোজা কিনাত খৰচ কৰে। আমেৰিকান সৈন্যবোৰে তাইক সোণ খটোৱা আঙঠি, এচেন্সৰ বটল বা ব্লেক মাৰ্কেটত কিনা তেনেকুৱা অন্যান্য বস্তু উপহাৰ দিয়ে। ফ্লোৰিন্দাই বৰ বেছি আগ্ৰহ নেদেখুৱাকৈ উপহাৰবোৰ গ্ৰহণ কৰি বাকচ বা দেৰাজত থৈ দিয়ে। গোটেই দিনটো তাই শুই থাকে। তাইৰ স্তন দুটা হাতী-দাঁতৰ দৰে পিছল। ওঠৰ শতিকাত ভেনিচৰ মহিলাসকলৰ স্তন এনেকুৱা আছিল বুলি মানুহে কয়। সেইসময়ত ভেনিচৰ মহিলাসকল হেনো স্বৰ্গীয় সুখৰ মাজত আছিল।

ফ্লোৰিন্দাৰ নিমজ বুকুত ডেকা সৈন্যবোৰে সিহঁতৰ কামভাব প্ৰশমনৰ উপকৰণ বিচাৰি হয়তো পাইছিল। মোৰ চকুত হলে তাইৰ সেই উদ্ধত বুকু আকৰ্ষণীয় নহয়। সৈন্যবোৰে চাৰি-পাঁচ বছৰ আগতে কানাডা বা মিচিচিপি নৈৰ পাৰত থকা সিহঁতৰ ঘৰ এৰি বিদেশত আছিলহি। গতিকে তুচ্ছাতিতুচ্ছ প্ৰেমৰ কাৰণেও সিহঁত ক্ষুধিত হৈ আছিল। সিহঁতৰ প্ৰতি মোৰ পুতো জন্মে। অৰ্জন কৰা ধনসিহঁতে ঘৰলৈ নপঠিয়াই এইবোৰ কামতে খৰচ কৰিছিল। সিহঁত আছিল বেশ্যাসক্ত ডেকা। কোনো আদৰ্শৰ প্ৰতি সিহঁতৰ নিষ্ঠা নাছিল, কবিতা আৰু চিত্ৰশিল্প কি বস্তু, তাৰ জ্ঞান সিহঁতৰ নাছিল। সংগীতালয়লৈ যাবলৈ সিহঁতে

খুব ভাল পাইছিল, কিন্তু সংগীত উপলব্ধি কৰাৰ অনুভূতি সিহঁতৰ নাছিল। প্ৰাচীন আৰু আধুনিক সংস্কৃতি সম্বন্ধে সিহঁতৰ কোনো ধাৰণা নাছিল। সিহঁত আছিল মূৰ্খ, সাধাৰণ বেশ্যাবোৰেও সিহঁতক ঠগি বহু টকা, ৰুমাল, কামিজ ইত্যাদি সিহঁতৰ পৰা নিছিল। সিহঁতৰ টকাৰ আকাল নাছিল। কিন্তু আমাৰ কঠিন পৰিশ্ৰম, সততা, সুকুমাৰ চিন্তাধাৰা থকা সত্ত্বেও আমি ইটালীয়ানবোৰ আজিও হীন অৱস্থাত থাকিবলগীয়া হৈছো।

ফ্লোৰিন্দাক বিচাৰি উলিওৱাৰ বাহিৰে এতিয়া মোৰ আৰু আন কাম নাই। ৰোম নগৰী বিশাল, কিন্তু বিচৰাৰ কৌশল জানিলে এই বিশাল নগৰীতো তুমি লগ পাব খোজা মানুহজনক বিচাৰি উলিয়াব পাৰিবা। ৰোমানসকলক কিন্তু একো নুসুধিবা। কাৰণ সিহঁতে তোমাক মিছাকৈ ভুল বাটহে দেখুৱাব। সিহঁতে তোমাৰ প্ৰতি কোনো বিদ্বেষৰ বাবে তোমাক ভুল বাটে পৰিচালনা কৰিব বুলি হ'লে নাভাবিবা। আচল কথা হল ৰোম নগৰীৰ অলি-গলি সকলো যে সিহঁতে চিনি পায়, গোটেই ৰোমনগৰীখনেই যে সিহঁতৰ নখ দৰ্পণত, সেই কথাৰ প্ৰতি তোমাৰ বিশ্বাস জন্মাবলৈহে তোমাৰ আগত বাহাদুৰী কৰি দেখুৱাব। ধৰা, সোঁহাতৰ আলিৰে গ'লে তুমি সোনকালে তোমাৰ লক্ষ্যস্থানত উপনীত হ'ব পাৰা, কিন্তু সিহঁতক সুধিলে সিহঁতে তোমাক বাওঁ হাতৰ আলিৰে যাবলৈ কব আৰু কব যে তোমাৰ গন্তব্যস্থান কেবা মাইল দূৰত। ডেকাকালত মই এনেকুৱা অভিজ্ঞতা পাই থৈছো। সেই সময়ত মই ৰোমনগৰীত একেবাৰে নতুন, ৰাস্তা-ঘাট ভালদৰে চিনি নাপাওঁ, চিনি পাওঁ কেৱল ৰোমৰ প্ৰসিদ্ধ চিত্ৰশালা, স্মৃতিস্তম্ভ ইত্যাদিবোৰ—এইবোৰৰ কথা অসংখ্য কিতাপত পঢ়িবলৈ পোৱা যায়। সেই সময়তে মই এবাৰ কাষ্টেল চেন্ট এংগেলোৰ পৰা ষ্টেচনলৈ যাবলগীয়া হোৱাত ভিয়া ডেলা ফেৰজা'ল কোন যায় সেই কথা ৰোমৰ মানুহক সুধিছিলো। তেতিয়াই ৰোমৰ মানুহে যে বাটৰুৱাক ভুল পথ প্ৰদৰ্শন কৰে তাৰ অভিজ্ঞতা পাইছিলো। সেয়ে আজিকালি মই ৰোমৰ কোনো মানুহক এনেকুৱা কথা নোসোধো। সমস্ত ৰোম নগৰী আজি মোৰ নখ দৰ্পণত। আনকি কিছুমান মানুহক কোন সময়ত কোন দোকানত বিচাৰিলে পোৱা যায়, সেই কথাও মোৰ বিদিত।

গোবিন্দাই ( ইয়াৰ পিছৰ পৰা মই 'লিন্দা' বুলি ক'ম, কাৰণ তাই প'জ দিবলৈ আহোতে তাইৰ নাম লিন্দা বুলি মোক কৈছিল ) যিটো চ'কত থাকি তাইৰ ব্যৱসায় চলাইছিল, সেই চ'কটো ক'ত মই জানো। আগতে কৈছো, বেশ্যালি যে বৰ বেয়া ব্যৱসায় সেইকথা তাই উপলব্ধি কৰিছিল, কিন্তু জীৱিকা অৰ্জনৰ বাবে ইয়াতকৈ আন কোনো ভাল উপায় তাইৰ হাতত নাছিল। ইংৰাজসকলে ৰোমৰ বেশ্যালয়বোৰ উঠাই দিয়াৰ পিছত পিয়াজা নাভোনাৰ 'বাৰ' এখনত থকা বেশ্যা এজনীয়ে লিন্দাক ভিয়া ডেল কোৰালোলৈ লৈ গৈছিল। দুয়ো একেলগে এখন প্ৰাইভেট হোটেলত থাকিবলৈ ললে। এই হোটেলখনৰ মালিকনী আছিল এজনী চুটি-মুটি তিৰোতা। জাৰ্মানৰ অধীনত ৰোম থকাৰ সময়ত আৰু মিত্ৰপক্ষৰ সৈন্য ৰোমলৈ অহাৰ সময়ত তাই সৈন্যবোৰক বেশ্যা যোগোৱা ব্যবসায়ত লিপ্ত আছিল। তাইৰ হোটেলত চিনাকি লোক বা মিত্ৰপক্ষৰ সৈন্যৰ বাহিৰে আনৰ প্ৰবেশ নিষেধ। মিত্ৰপক্ষৰ কেইজনমান সৈন্যই লিন্দা আৰু বেশ্যাজনীৰ সৈতে বন্ধুতা পাতি মাজে মাজে সিহঁতক 'সৈনিক-ক্লাব' বোৰলৈ লৈ গৈছিল। ৰোমত অসংখ্য সৈনিক ক্লাব আছিল। সেইবোৰৰ ভিতৰত 'কানাডিয়ান ক্লাবে'ই আটাইতকৈ প্ৰসিদ্ধ। আগতে কানাডিয়ান ক্লাবটো খুব অভিজাত আছিল। তাত মাজে মাজে চিত্ৰ, ভাস্কৰ্য্য আদিৰ প্ৰদৰ্শনীও হৈছিল। আজিকালি গধুলিৰ পৰা ৰাতি-পুৱালৈ তাত কেৱল ছোৱালীবোৰৰ অহা-যোৱা চলিছে। গোটেই ঘৰটোৱেই অপবিত্ৰ হৈ গৈছে। এতিয়া তাত বিদেশী সৈন্যৰ কাৰণে বেশ্যাৰহে প্ৰদৰ্শনী হয়।

কানাডিয়ান ক্লাব সৈনিক ক্লাবলৈ ৰূপান্তৰিত হোৱাৰ পিছত মই আৰু তাৰ ভিতৰত প্ৰবেশ কৰা নাই। বাইচাইকেল চলাই সেই ফালেদি যাওঁতে চকুত পৰিছে ভিতৰলৈ যোৱা পুৰুষ-তিৰোতাৰ অবিৰাম স্ৰোত। যি কোনো বয়সৰ যি কোনো ধৰণৰ মাইকী মানুহক তালৈ যোৱা দেখিছো, আনকি হোটেলত কাম কৰা বুঢ়ী বোৰো সাজসজ্জা-প্ৰসাধন কৰি তালৈ যায়। বৰ্তমান দেশত চলা দুৰ্ভিক্ষৰ সময়ত সকলোৰে ধাৰণা হৈছে যে সৈন্যবোৰৰ ওচৰত খোৱা-পিয়া সকলো বস্তু পোৱা যায়। বহুদিনৰ পিছত সুৰাপান কৰিবলৈ পাই ছোৱালীহঁতৰ বেছ নিচা ধৰে। কিন্তু নিচা ধৰিলেও সিহঁতে সৈন্যহঁতৰ পৰা ঘৰত থকা

সৰু ভায়েক-ভনীয়েকহঁতৰ বাবে খোৱা খাদ্য লৈ যাবলৈ নাপাহৰে। সৰু-ডাঙৰ সকলো ধৰণৰ ছোৱালীকে দেখা যায় সৈনিক ক্লাবত। বিবাহিতা তিৰোতাও যায়, কাৰণ সেই সময়ত সিহঁতৰ গিৰিয়েকহঁত হয় যুদ্ধবন্দী হিচাপে আছে, নহয় ফ্ৰন্টত যুদ্ধত লিপ্ত আছে। এই তিৰোতাবোৰ বিধৱা নহয়, কিন্তু যিহেতু সিহঁতক হকা-বধা কৰোতা কোনো নাই, গতিকে সিহঁত একেবাৰে তললৈ নামি গৈছে।

মই এজনী তিৰোতাৰ কথা জানো। তাইৰ গিৰিয়েকে স্পেন আৰু ইথিওপিয়াৰ যুদ্ধলৈ গৈ কাম কৰাৰ প্ৰতি আগ্ৰহ হেৰুৱাই পেলাইছিল। জীৰ্ণ-শীৰ্ণ অৱস্থা লৈ সি যুদ্ধৰ পৰা ঘূৰি আহিলে। যুদ্ধৰ সময়ত নানা দুখকষ্ট ভোগাৰ পিছত সি কাম কৰিবলৈ অসমৰ্থ হৈ পৰিছিল। সি তাৰ ঘৈণীয়েকে বেশ্যালি কৰি অৰ্জা ধনৰ ওপৰতে খাই-বই থাকিবলৈ ধৰিলে। এনে পৰিস্থিতিৰ বাবে যুদ্ধই দায়ী। যুদ্ধৰ কাৰণে মানুহৰ মন আকৰ্ষণ কৰিবলৈ কোৱা হয় যে যুদ্ধৰ পিছত পৃথিৱীত স্বৰ্ণযুগ আৰম্ভ হব। আচলতে সেইকথা এটা প্ৰকাণ্ড ভণ্ডামীৰ বাহিৰে আন একো নহয়। যুদ্ধৰ পৰা ঘূৰি আহি মানুহজনে পৰিয়ালৰ ভৰণ-পোষণৰ বাবে যথেষ্ট টকা উপাৰ্জন কৰিব পৰা কোনো কাম নাপালে। কোনো এটা অফিচত যৎসামান্য বেতনৰ চাকৰি এটা পালে মাথোন। সেয়ে যুদ্ধৰ সময়ত শিকা চুৰি বিদ্যাকো সি কামত লগালে।

যিটো অফিচত সি কাম কৰিছিল, সেই অফিচত তাৰ কাম আছিল অফিচৰ বৰমুৰীয়াজনৰ ওচৰৰ পৰা টকা আনি আন কৰ্মচাৰীসকলক দৰমহা ভগাই দিয়া। এবাৰ সি কাকো দৰমহা ভগাই নিদি আঠাইখিনি টকা আত্মসাৎ কৰি পলাল। পলাই গৈ সি চোৰাংচোৱা কামত ভৰ্তি হলগৈ। দেশৰ দুৰ্দিনৰ সময়ত চোৰাংচোৱাৰ প্ৰকোপ বাঢ়ে, অত্যাচাৰী শাসনৰ ওৰ পৰাৰ পিছতো সিহঁতৰ ক্ষমতা কমক ছাৰি বাঢ়েহে। প্ৰকৃততে অত্যাচাৰী শাসকেই প্ৰথমে চোৰাংচোৱা বিভাগ শক্তিশালী কৰি তোলে, কাৰণ অত্যাচাৰ কায়েম কৰি ৰাখিবলৈ চোৰাংচোৱাৰ খুব প্ৰয়োজন। ফেচিষ্টসকলে শেষ যুদ্ধ আৰম্ভ কৰাৰ সময়ত সি চোৰাংচোৱা আছিল। এই যুদ্ধতে ফেচিষ্টসকল সম্পূৰ্ণভাৱে পৰাজিত হৈছিল।

সেই বছৰ বসন্তকালৰ শেষত দেশৰ অৱস্থা খুব বেয়াৰ ফালে ঢাল খালে, মুছোলিনীয়ে মিত্ৰপক্ষৰ প্ৰচুৰ অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত বিৰাট

সৈন্যবাহিনীক প্ৰতিৰোধ কৰিব নোৱাৰা অৱস্থাত পৰিল। ঠিক এই সময়তে সেই এলেহুৱা অপদাৰ্থ চোৰাংচোৱাজনে তাৰ পৰিয়ালক এৰি জাৰ্মানসকলৰ সৈতে পলাই গ'ল।

সি পলাই যোৱাৰ পিছত ঘৈণীয়েকজনী অকলশৰীয়া হৈ পৰিল আৰু অসৎ কামত বৌছকৈ লিপ্ত হ'ল। আগতেও তাই বহুচাৰিণী আছিল যদিও, সৈনিকৰ বাহিৰে আনক প্ৰশ্ৰয় দিয়া নাছিল। মৰিয়াচ, চুলা আৰু নিউমা পম্পিলিযাচৰ দিনৰে পৰা ৰোমান তিৰোতাসকলে সৈনিকক দেহদান কৰা প্ৰথা চলি আহিছে। গতিকে আজিও যদি তিৰোতাবোৰে সৈনিকক পছন্দ কৰে, তেন্তে আচৰিত হবলগীয়া একো নাই। আজিৰ তিৰোতাবোৰে দেহদান কৰে টকাৰ কাৰণে, গতিকে উচ্চপদস্থ লোকৰ সংগ সিহঁতৰ প্ৰধান লক্ষ্য, বয়স আদিৰ বাচ-বিচাৰ সিহঁতে নকৰে, কেৱল টকাবালা মানুহ হলেই হল। মধ্যযুগত ৰোমৰ সম্ৰাজ্ঞীসকলেই ৰোম অবৰোধকাৰী শত্ৰু সৈন্যৰ ওপৰত ব্যভিচাৰ কৰিছিল। বহুতো শত্ৰুক প্ৰেমালিংগনত আবদ্ধ হৈ থকা অবস্থাতে ৰোমানসকলে বধ কৰিছিল। আক্ৰমণকাৰীৰ হাতৰ পৰা ৰক্ষা পাবলৈ বহুতো ৰোমান সাম্ৰাজ্ঞী শত্ৰু সৈন্যৰ বেশ্যা হৈছিল। দেখা যায় যে ৰোমৰ তিৰোতাসকলৰ প্ৰেম সদায়ে সন্দেহজনক, কাৰণ সিহঁতে নিজৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে যি কোনো পন্থা অবলম্বন কৰিব পাৰে। সিহঁতৰ মুখমণ্ডল দেখিবলৈ ধুনীয়া, কিন্তু সিহঁতৰ প্ৰশস্ত নিতম্বকে ধৰি আন সকলোবোৰেই কুৎসিৎ। সিহঁতৰ প্ৰধান লক্ষ্য হল আহাৰ সংগ্ৰহ কৰা, —লাগিলে সি আলু মূলা, গাহৰিৰ মাংসকে হওক নাইবা আৰিচিয়া, ফ্ৰাস্কাটি বা এনজিঅ'ৰ পৰা অনা সুৰাই হওক।

গিৰিযেক গুচি যোৱাৰ পিছত তিৰোতাজনীয়ে দুটা ঘৰ ভাৰা কৰিলে। এটা সৰু—তাইৰ ল'ৰা-ছোৱালীক ৰাখিবৰ বাবে, আনটো বেছ জাকজমকতাপূৰ্ণ—সেইটো তাইৰ ইংৰাজ বা আমেৰিকান খন্তেকীযা বন্ধুসকলৰ বাবে। প্ৰত্যেক দিনা সন্ধিয়া হোৱাৰ লগে লগে তাই ভাল পোছাক-পৰিচ্ছদ পিন্ধি মুখত, প্ৰসাধন ঘঁহি ল'ৰা-ছোৱালীবোৰক অকলে এৰি নাইবা গুৰচুবুৰীয়াৰ হাতত গটাই দি ঘৰৰ পৰা ওলাই যায়। যোৱাৰ সময়ত ল'ৰা-ছোৱালীহঁতে তাইক কয়, 'মা, আমাৰ ভোক লাগিছে।' আটাইকেইটা ল'ৰাছোৱালীয়ে একেলগে চিঞৰি উঠে, 'আমাৰ

ভোক-লাগিছে। আমেৰিকানহঁতৰ পৰা আমালৈ ৰুটি আনিবলৈ নাপাহৰিবা।'

কেতিয়াবা মাকে সিহঁতৰ চিঞৰ-বাখৰৰ উত্তৰত সিহঁতৰ চৰ শোধাই দিয়ে আৰু ওঁঠত ৰং ঘঁহি কানাডিয়ান ক্লাব অভিমুখে যাত্ৰা কৰে। কেতিয়াবা তাই 'ফয়েৰ দু পেলেৰা ফ্ৰাঁচ'লৈ (ফৰাচী ক্লাব) যায়, কেতিয়াবা আনকি নিগ্ৰো সৈন্যৰ ওচৰলৈও যায়। বহুতো সুৰাপায়ী তিৰোতাক মই পালাজো ডেল এস্প'চিজিঅ'নলৈ যোৱা দেখিছো। গৃহস্থৰ কামত ফাঁকি দি পলাই অহা গাঁৱলীয়া লিগিৰী ছোৱালীবোৰো ফান্দৰ পৰা পলোৱা মইনা চৰাইৰ দৰে উল্লসিত হৈ তালৈ যায়। আগৰদৰে আজিকালি সিহঁতে প্ৰকাশ্যে বেশ্যালি ব্যৱসায়ত নামিব নোৱাৰে। কিছুদিন আগলৈকে পৃথিৱীৰ আন আন মহানগৰীৰ নিচিনাকৈ ৰোমতো বেশ্যালি এটা সাধাৰণ কথা আছিল। পাৰ্থক্য আছিল মাত্ৰ এয়ে যে এফালে পুলিচে বেশ্যালি ব্যবসায় ৰোমত নাই বুলি লোকচক্ষুৰ আগত এখন পৰ্দা আঁৰি দিছিল আৰু আনহাতে ভেটিকানে চেষ্টা কৰিছিল সকলো কথা গুপ্ত কৰি ৰাখি ভক্তসকলৰ মন আচ্ছন্ন কৰিবলৈ।

খৃষ্টানহঁতে আৰ্ডিয়েটাইনৰ গুহাত শ্বহীদ হোৱা তিনিশ নিৰপৰাধী মানুহৰ ওপৰত কৰা অত্যাচাৰৰ বিৰুদ্ধে এষাৰো মাত মতা নাছিল, বিদেশী শত্ৰুৱে কৰা অত্যাচাৰ-অবিচাৰৰ বিৰুদ্ধেও সিহঁতে দৃঢ়ভাৱে এবাৰো প্ৰতিবাদ কাহানিও কৰা নাই।

লিন্দাই যিটো হোটেলত থাকি তাইৰ ব্যৱসায় চলাইছিল, সেই ঘৰটো এতিয়া সম্পূৰ্ণৰূপে বিদেশী সৈন্যৰ আড্ডা হৈ উঠিছে। আচল বেশ্যালয়ৰ দৰে সৈন্যবোৰক অহা-যোৱা কৰা দেখি এইকথা মই অনুমান কৰিলো। ইংৰাজসকলৰ নৈতিকতাৰ নমুনা এয়ে।

অনাহকতে খটখটিবোৰ চেৰাই ওপৰলৈ যাবলৈ মোৰ ইচ্ছা নগ'ল। সেয়ে মই প্ৰথম মহলা পাই দুৱাৰত টুকুৰিয়াই সুধিলো, 'লিন্দা নামৰ এজনী ছোৱালী ইয়াত থাকেনে ?'

এজন ডেকা দুৱাৰমুখলৈ ওলাই আহিল। তাৰ চেহেৰা ৰোমৰ গুণ্ডা, চোৰ, খুনীবোৰৰ দৰে বেছ আটিল আৰু বলবান। সি মোলৈ

একেথৰে কিছুসময় দৃষ্টি নিক্ষেপ কৰিলে কিন্তু সি মোৰ পাদুৰীৰ দৰে নিৰীহ চেহেৰা দেখি ক্ষান্ত হল। বিপদজনক ঠাইলৈ যাবলৈ হলে মই পাদুৰীৰ দৰে নিৰীহ ভাৱ মুখমণ্ডলত ফুটাই তোলো। ডেকাজনে বোধহয় কেতিয়াবা কোনোবা বজাৰত ঘূৰি ফুৰোতে মোক দেখা পাইছিল, পিয়াজা ডেল মন্ট বা পোৰ্টা পোৰ্টেজিতো সি মোক দেখা অসম্ভৱ নহয়। সঠিককৈ মই কব নোৱাৰো সি মোক ক'ত দেখিছিল। কিন্তু মোৰ ধাৰণা হল, মই কি কাম কৰো সেই কথা সি জানে। বোধহয় লিন্দাই তাক মোৰ বিষয়ে কৈছিল। 'কোনোবা এজন চিত্ৰকৰ আৰু লিখক' বুলি মোৰ বিষয়ে তাই হয়তো ৰহণ সানি অনেক কথা তাক কৈছিল, মোৰ গুণ-গান কৰিছিল। বেশ্যাবৃত্তি আৰম্ভ কৰা পাট-গাভৰু বেশ্যা-সকলে সহজে উপলব্ধি কৰিব নোৱাৰে যে সিহঁত কিমান তললৈ নামি গৈছে। সিহঁতক 'বেশ্যা' বুলি মুখৰ আগত কলে সিহঁত লাজত ৰঙা-চিঙা পৰে। এনেকুৱা গাভৰু বেশ্যাবোৰে সিহঁতৰ আগৰ সৎ জীৱন-যাত্ৰাৰ আৰু আগতে যাৰ অধীনত কাম কৰিছিল সেই মানুহৰ কথা ৰহণ লগাই আন মানুহৰ আগত কবলৈ খুব ভালপায়।

মই ডেকা গুণ্ডাটোক কলো যে মই লিন্দাক বিচাৰি আহিছো, কিয়নো পিয়নে ভুলতে লিন্দাৰ কিবাকিবি কাগজ আৰু ৰেচনকাৰ্ড মোৰ ঠিকনাত দি আহিছিল, মই লিন্দাৰ হাতত সেইবোৰ দি যাবলৈ আহিছো। মোৰ কথা শুনি সি ক্ৰুদ্ধ দৃষ্টি পৰিত্যাগ কৰি কুৎসিৎ হাঁহি এটা মাৰিলে আৰু মোৰ লগত সহৃদযতাৰে কথা পাতিলে। ইতিমধ্যে ভিতৰৰ পৰা এজনী ছোৱালী ওলাই আহি তাৰ পিছফালে থিয় হলহি। তাইৰ পৰিধানত কেৱল পেটিকোটটো, চকুত শান্ত-স্বভাৱৰ বেশ্যাৰ দৰে দৃষ্টি, গাল দুখন গছত পকা আপেলৰ দৰে ৰঙা। তাইৰ শৰীৰৰ পৰা ঘাম আৰু অপৰিচ্ছন্ন এক গন্ধ ওলাইছে। মিত্ৰপক্ষৰ সৈন্যই দিয়া টিনৰ মাংস আৰু শাক-পাচলি খোৱাৰ ফলত তাইৰ স্বাস্থ্যও অটুট আছে। সিহঁত দুয়ো কি কামত ব্যস্ত আছিল, সেই কথা বুজাত মোৰ অসুবিধা নহল। মই তাইৰ কোঠালৈ যাবলৈ অহা নাই বুলি বুজি পাই তাই বিৰক্তিত কপাল কোঁচ খুৱালে। মই সিহঁতক এৰি দুমহলালৈ উঠি গ'লো।

মই দুমহলাৰ কলিংবেলটো টিপিব খুজিছো মাত্ৰ, এনেতে দুৱাৰখন মেলখালে। দেখিলো দুজনী হুঁতা লাস্যময়ী ছোৱালীয়ে এটা নিগ্ৰো

সৈন্যক বাহিৰলৈ গতিযাই দিছে। লিন্দাক তাতো পোৱা নগ'ল। তিনি মহলাতো লিন্দা নাই। চাৰি মহলাত মই আগতে বৰ্ণনা কৰা চুটিমুটি তিৰোতাজনীক লগ পালো। তাই ধৰ্মমঠৰ প্ৰধান অধ্যক্ষাৰ দৰে ভংগীৰে হাত দুখন মোহাৰি মোহাৰি মই কাক বিচাৰিছো সুধিলে।

'লিন্দাই আগতে মোৰ অধীনত কাম কৰিছিল।' মই ডাঙৰকৈ কলো, কাৰণ যদি লিন্দা ভিতৰত আছে, তেন্তে মোৰ মাত তাইৰ কাণত পৰিব। কিন্তু তাই নাই। তাই অৱশ্যে তাতেই বাস কৰে, কিছু সময়ৰ আগতে তাই বাহিৰলৈ ওলাই গৈছে। তিৰোতাজনীয়ে কলে যে লিন্দা বোধহয় ভিয়া ডেল পেনিকোৰ এমূৰে অৱস্থিত 'বাৰ' এখনলৈ গৈছে। ইযাতকৈ বেছি জানিবৰ মোৰ প্ৰয়োজন নাছিল। মই খটখটিৰে তললৈ নামিব ধৰিলো। তিৰোতাজনীৰ মনত বোধকৰো কিবা সন্দেহ উপজিল। তাই মোক মাতি দুই-এটা কথা সুধিলে। মই সকলো কথা বহলাই কলো। অৱশ্যে বহলাই কোৱাৰ একো আৱশ্যক নাছিল, কাৰণ তাই সকলো কথা আগৰ পৰাই জানে। তাই মনত বিশ্বাস জন্মাবলৈ চেষ্টা কৰিলে যে তাই ঘণ্টা হিচাপে কোঠালী ভাৰালৈ নিদিযে, তাই লিন্দাক কোঠালী ভাৰা দিছে থাকিবৰ কাৰণে, কিয়নো লিন্দা তাইৰ বান্ধৱী, লিন্দাৰ দুৰৱস্থা দেখি আৰু তাই যাতে বাটে বাটে ফুৰিবলগীযাত নপৰে, তাৰ কাৰণেহে লিন্দাক নিজৰ ঘৰত ৰাখিছে। তাই আৰু কলে যে চোৰাং বজাৰত এক কিলো উৰহীৰ দাম এশ একুৰি লিৰা, চেনিৰ দাম ছশ লিৰা, গাহৰিৰ মাংসৰ দাম চাৰিশ লিৰা, ভেৰাৰ মাংসৰ দাম অলপ কম আৰু এবটল তেলৰ দাম দুহাজাৰ লিৰা।

এইকথা অৱশ্যে মই জানো। কিন্তু তাই জনা আৰু মই জনাৰ ভিতৰত অলপ পাৰ্থক্য আছে। মই লোকৰ মুখতহে চোৰাং বজাৰত বস্তুৰ দাম চৰা বুলি শুনিছো, তাই জানিছে প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা, কাৰণ তাই চোৰাং বজাৰৰ এজনী পুৰণি নিযমীয়া ক্ৰেতা।

'মেডামে' মোক কব খুজিলে যে লিন্দা বেজীৰ জলা মনা আৰু কুঠাৰৰ জলা নমনা বিধৰ ছোৱালী। যোৱা তিনিদিনৰ ভিতৰত তাই তিনিশ লিৰা মূল্যৰ ফণি এখন হেৰুৱাইছে আৰু সেই একে সমান দামী আন এখন ফণি ভাঙি পেলাইছে। প্ৰায গোটেই দিনটো তাই শুই থাকে। এই কথাৰ পৰা মই বুজিলো যে তাই গোটেই ৰাতিটো

সাৰে থাকে। বেশ্যাবোৰৰ স্বভাৱেই এইটো। সিহঁতৰ কাৰণে দিনটো হল ৰাতি আৰু ৰাতিটো দিন। তাৰোপৰি তাই এলেহুৱা, ধূৰ্ত আৰু টোপনি-গধূৰ হৈছে। তাই কেৱল বিছনাত শুই থাকিবলৈহে বিচাৰে। দিনত অকলে শোৱে, ৰাতি কিন্তু তাই অকলে কেতিয়াও নোশোৱে। তাই শকত আৰু বগা। তাইৰ স্তন দুটা ফুলেৰে সজোৱা বেদীৰ দৰে। অন্যমনস্কভাৱে তাই অ'ত হাতমোজা ত'ত ছাতি ইত্যাদি দলিযাই পেলাই থয়।

এদিন সন্ধিয়া কেইজনমান সৈন্যই তাইক উপভোগ কৰিবলৈ লৈ গৈছিল। উপভোগ কৰি উঠি টকা দিযা দূৰৈত থাওক, তাইকহে প্ৰশ্ন কৰিলে টকা খুজিবলৈ তাইৰ কি অধিকাৰ আছে। তাইৰ ওপৰত পাশৱিক অত্যাচাৰ কৰি সৈন্যকেইজনে তাইক গাৰ গৰম কাপোৰ, উলৰ জেকেট, আনকি জোতাযোৰ পৰ্যন্ত কাঢ়ি নি তাইক আধা নঙঠা অৱস্থাত এৰি থৈ গুচি গ'ল। তেতিযা ৰাতি হৈছিল। বেচেৰা লিন্দাই অস্বস্তিকৰ পৰিস্থিতিত প্ৰায় নাঙঠ অৱস্থাত খালি ভৰিৰে শিলগুটিৰে ভৰা গাঁৱলীয়া ৰাস্তাৰে খোজ ললে। সেই দুৰ্য্যোগপূৰ্ণ জোনাক ৰাতিত কিছু দূৰ খোজ কাঢ়ি আহি থাকোতে তাই পিয়াজেল ক্ৰোমিনঅ'ত আন এদল সৈন্যক লগ পালে। সিহঁতে তাইক পিন্ধিবলৈ গৰম কাপোৰ দিলে আৰু ঘৰলৈ আগবঢ়াই থলে। এজন সৈন্যই ভদ্ৰতা আৰু উদাৰতা দেখুৱাবলৈ গৈ আনকি নিজৰ জোতা এযোৰা তাইক উপহাৰ দিলে, কাৰণ তাৰ দুই-তিনিযোৰ বেলেগ জোতা আছিল। কিন্তু লিন্দাৰ বুদ্ধি যেনেকৈ কম তেনেকৈ তাইৰ ভৰি দুখনো সৰু। যি নহওক, সেই সৈন্যজনে ইটালীযান ভাষা নাজানিছিল বাবে লিন্দাৰ ধন্যবাদ জ্ঞাপনতকৈ তাই চুমা খোৱাত আৰু তাইৰ লগত প্ৰেম কৰাৰ বাবেহে বৰ উৎসুক হল। সেই ৰাতিটো সি লিন্দাৰ ৰক্ষণাবেক্ষণ কামত ব্যস্ত হৈ পৰিল। আশ্চৰ্য্যৰ কথা যে সি লাহে লাহে লিন্দাৰ অনুৰাগী প্ৰেমিক হৈ উঠিল। সি অৱশ্যে মাজে মাজে তাইক মাৰধৰ কৰিছিল, তথাপি লিন্দাৰ ঘৰৰ ভাৰা সিয়েই বহন কৰিছিল। লিন্দাযো আগৰ স্বভাৱ এৰি ভকতনী হোৱা নাছিল।

মই যে ওপৰোক্ত গল্পৰ প্ৰতি বৰ বেছি মনোযোগ দিযা নাই, সেই কথা মেডামে বুজি পাইছিল। লিন্দা তাত নাই বুলি জনাটোৱেই মোৰ

কাৰণে যথেষ্ট, আন কথা শুনাত মোৰ আগ্ৰহ নাই। তাত তেতিয়া মেডামৰ বোৱাৰীয়েককে ধৰি চাৰিজনী বেশ্যা আছিল। মেডামৰ পুতেক হয়তো যুদ্ধত নিখোঁজ হৈছে নতুবা বন্দী হৈছে বুলি মানুহৰ ধাৰণা। কিন্তু প্ৰকৃততে সি সেই একেটা ঘৰতে আছে। পুতেক-বোৱাৰীয়েক দুয়ো একে গুৰুৰ ঘৰৰে ভকত-ভকতনী, দুয়োই দুয়োৰো প্ৰতি বিশ্বাস-ঘাতকতা কৰি আছে। ঘৈণীয়েকজনী দেখিবলৈ ধুনীয়া, তাইৰ নাকটো জোঙা আৰু চকুৰ মণিকেইটা পোৱালমণিৰ দৰে, তাইৰ স্তনযুৰি শ্লীলতাৰ সীমা চেৰাই যোৱাকৈ উন্নত আৰু কামোদ্দীপক। গিৰিয়েকজনো দেখনিয়াৰ, কিন্তু তাৰ চকুযোৰ খুনীৰ দৰে। বেশ্যাকেইজনী কুমলীয়া বয়সৰ, কথকী, চঞ্চলা আৰু লাস্যময়ী। সিহঁতক দেখি মোৰ ধাৰণা হল কেলেই এজন মানুহৰ দুজনী ঘৈণীয়েক বা দুজন মানুহৰ এজনী ঘৈণীয়েক থকা বহুবিবাহ প্ৰথাটো অৰ্থাৎ বহুপত্নী আৰু বহু স্বামী প্ৰথাটো যুক্তিযুক্ত।

নিজৰ ঘৈণীয়েকক এজন মাৰ্কিন সৈন্যৰ লগত দুই-তিনি ঘণ্টাৰ বাবে নিযুক্ত কৰাতকৈ দুজন মানুহে এজনী তিৰোতা বিয়া কৰোৱাই ভাল। তেতিয়া অন্তত ঘৃণা বা বিতৃষ্ণা বৰকৈ নজন্মিব। কিন্তু নিজৰ ঘৈণীয়েকক বহুচাৰিণী হবলৈ স্বেচ্ছাই এৰি দিয়া কথাটো জঘন্য। বনৰীয়া হাঁহৰ মাজতো আনকি এনেকুৱা প্ৰথা নাই। মতা বনৰীয়া হাঁহটোৱে তিনি চাৰিজনী মাইকী হাঁহৰ ওপৰত প্ৰভুত্ব খটুৱায়, কিন্তু সি আন মতাহাঁহক মাইকী কেইজনীৰ ওচৰ চাপিব নিদিয়ে। কেতিয়াবা সি আনকি এক ডজনমান মাইকী হাঁহৰ ওপৰত অকলেই প্ৰভুত্ব কৰে। কিন্তু মেডামৰ পুতেকে নিৰ্বিকাৰভাৱে মিত্ৰপক্ষৰ সৈন্যৰ হাতত নিজৰ ঘৈণীয়েকক হেলাৰঙে এৰি দিছে।

লিন্দাক বিচাৰি উলিওৱাত মোৰ সৰহপৰ নালাগিল। তাইক মই ভিয়া ডেল পোনিকোৰ 'বাৰ' এখনত বহি থকা অৱস্থাত লগ পালো। তাইৰ লগত সাত-আঠজনমান চোৰ আৰু এজনী ছোৱালীও বহি আছে। ছোৱালীজনীৰ বয়স ষোল বছৰ, কিন্তু ইতিমধ্যে তাইৰ বিয়া হৈ গৈছে আৰু তাইৰ এটা সন্তানো আছে। সন্তানটো বৰ্তমানে আছে অনাথ আশ্ৰমত। মই তাইক তাইৰ সৌন্দৰ্যৰ প্ৰশংসা কৰি তোষামোদ কৰাৰ ফলতে তাই এইবোৰ কথা মোৰ আগত ব্যক্ত কৰিলে। তাইক মই কৈছিলো যে তাই বিয়েট্ৰিচৰ নতুন সংস্কৰণ, মডেল হিচাপে কাম কৰিবলৈ বা কথাছবিৰ তাৰকা হবলৈ তাইৰ যথেষ্ট সৌন্দৰ্য্য আছে। মোৰ কথা শুনি তাই মোক তাইৰ সম্পূৰ্ণ সৌন্দৰ্য্য প্ৰদৰ্শন কৰিবৰ কাৰণে কপালত পৰিথকা চুলিবোৰ হাতেৰে ঠিক কৰি থিয় হৈ এপাক মাৰি ঘূৰি তাইৰ শৰীৰটো দেখুৱালে। তাইৰ কান্ধ দুখন ঘূৰণীয়া, কিন্তু কংকালটো বৰ সৰু নহয়। মই আগতে কৈ আহিছো যে ৰোমান তিৰোতাৰ সৌন্দৰ্য্য অকল মুখমণ্ডলতহে থাকে, সিহঁতৰ দেহৰ অন্যান্য অঙ্গবোৰ সৌন্দৰ্য্যহীন।

ছোবালীজনীযে তাইৰ নিতম্ব কিয প্ৰশস্ত আৰু পেটটো কিয স্ফীত, তাৰ ব্যাখ্যা হিচাপে কলে যে তাইৰ বযস যদিও ষোল বছৰ, তথাপি তাই বিবাহিতা আৰু এটা সন্তানৰ মাক। গিৰিযেকে তাইক পৰিত্যাগ কৰিছে আৰু তাই সন্তানটোক অনাথ আশ্ৰমত গটাই দি 'জীৱন উপভোগ'ত নিজকে এৰি দিছে।

বহুদিনৰ পিছত মই তেনেকুবা অৱস্থাত লগ পোবাত লিন্দাই অস্বস্তি অনুভব কৰিলে। মই তিনি কাপ কফিৰ অৰ্ডাৰ দিলো।

কফিৰ সোৱাদ কি চাবা। কফি নুবুলি কফি-ৰঙৰ পানী বুলিহে কব পাৰি। মই দোকানৰ ওৱেটাৰ জনক মাত্ৰ দহ লিৰা বকচিচ দিযা

দেখি লিন্দাই খং কৰিলে। তাই আজিকালি উদ্ধত আৰু আকোৰগোজ স্বভাৱৰ হৈ উঠিছে।

লিন্দাই তাইৰ মেকুৰীৰ দৰে সৰু সৰু দাঁতেৰে ক্ৰীমকেক কিছুমান চোবাবলৈ ধৰিলে। মই তাইক কলো যে কেকৰ দাম মই নিদিওঁ। মোৰ প্ৰতি ঘৃণা দেখুৱাবলৈ অথবা তাইৰ যে আজিকালি টকাৰ অভাৱ নাই সেইটো দেখুৱাবলৈ তাই দুয়ো হাতেৰে একেলগে দুখন দুখনকৈ কেক মুখত ভৰাই প্ৰায় এক ডজন কেক শেষ কৰিলে। বিল অহাত তাই দুখন এশ লিৰা মূল্যৰ নোট উলিয়াই দিলে। টকাৰ বেগটো খোলাৰ সময়ত মই দেখা পালো বহুতো নোট। দেশৰ অৱস্থা যেতিয়া ভাল আছিল, তেতিয়াও মোৰ হাতত ইমান টকা নাছিল। সেই সময়ত মই প্ৰতিখন ছবি দহ হাজাৰ লিৰা দামত বেচিছিলো আৰু খোদাই কৰা ছবি বেচি পাইছিলো পাঁচহাজাৰ লিৰাকৈ। ইমানেই মোৰ উপাৰ্জন আছিল। তাইৰ বেগত এতিয়া পাঁচশ আৰু এহাজাৰ মূল্যৰ এজাপমান আফ্ৰিকান আৰু ইটালীয়ান নোট আছে। পিঠাৰ দৰে নাইবা ফটা কাপোৰৰ দৰে বিশৃংখলভাৱে তাই নোটবোৰ ৰাখিছে। মোৰ ঘৰত আগতে লিগিৰী কাম কৰা আৰু বৰ্তমান ৰাণীৰ দৰে ঐশ্বৰ্য্যশালিনী হৈ উঠা এই ডেকেৰীজনীক মই অভিনন্দন জনাম নেকি ?—মই মনতে ভাবিলো। নালাগে, থাকক। মই তাইক অভিনন্দন জনাবলৈ অহা নাই, মই আহিছো আন কামৰ কাৰণে।

'বাৰ'ত বহি থাকোতে মোৰ মনত পৰিল চোৰহঁতলৈ। এদিন মোৰ নাকৰ আগত ঘোচা দাঙি মোক মাৰিবলৈ অহা সেই চোৰহঁতলৈ। মই 'বাৰ'ত সোমোবাৰ সময়ত আশংকা কৰিছিলো, সিহঁতক তাতেই লগ পাম। সৌভাগ্যক্ৰমে সিহঁত তাত নাই, পাম্পা আৰু তাৰ লগৰীয়াহঁত তাত নাই। মোৰ বিশ্বাস হল যে লিন্দাৰ সহাযতে মই হয়তো মোৰ হেৰোৱা বাইচাইকেলখন পুনৰুদ্ধাৰ কৰিবলৈ সক্ষম হম। লিন্দাই যদি সহায় কৰাৰ বাবে টকা খোজে, দিবলৈ মই প্ৰস্তুত।

মই লিন্দাৰ লগত ভাল ধৰণে ব্যবহাৰ কৰি তাইক খাতিৰ কৰিব লাগিব। মোৰ আই, আইতা, ভনী মোৰিয়া আৰু মোৰ মৰমৰ অনীটাৰ বাহিৰে আন যিমানবোৰ মাইকী মানুহক মই লগ পাইছো, আটাইবোৰেই খিটখিটিয়া আৰু ঈৰ্ষাপৰায়ণা , আনকি অভিজাত সম্পদায়ৰ তিৰোতা-

যোৰো এনেকুৱা ধৰণৰ। মৌমাখিয়ে যি উদ্দেশ্যেৰে ফুলৰ ওচৰ চাপে নাই বা আঙুৰ খেতিয়কে যি উদ্দেশ্যেৰে আঙুৰৰ ওচৰ চাপে, তিৰোতায়ো সেই উদ্দেশ্যেৰে পুৰুষৰ ওচৰ চাপে। পুৰুষজনক গ্ৰাস কৰিব পাৰিব নে নোৱাৰে, তাক পোনতে তিৰোতাই আন্দাজ কৰি লয়। কেবাপ্ৰকাৰে সিহঁতে পুৰুষক জুখি চায়, প্ৰথমে মগজু, তাৰ পিছতহে সিহঁতে শৰীৰ জোখে। পুৰুষজনৰ হৃদয়, ধন-সম্পত্তি, বুদ্ধিবৃত্তি সকলো গ্ৰাস কৰাৰ পিছত সিহঁতৰ মানত পুৰুষজন হৈ পৰে মূল্যহীন। বহুতো উচ্চশ্ৰেণীৰ মহিলাই এসময়ত মোৰ মগজু গ্ৰাস কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু সিহঁত ব্যৰ্থ হৈছিল, কাৰণ মই সিহঁতক প্ৰত্যাখ্যান কৰিছিলো। আন কিছুমানে মোৰ টকা-পইচা গ্ৰাস কৰিবলৈ চেষ্টা কৰিছিল, অৱশ্যে ইহঁতে মোৰ পৰা কিছু টকা-পইচা সৰকাবলৈ সমৰ্থ হৈছিল, মোৰ বিৰুদ্ধে কুৎসা ৰটনা কৰিব বুলি মোক ভয় দেখুৱাই মোৰ পৰা টকা আদায় কৰিছিল। বেশ্যাৰ লগত মোৰ বিশেষ আদান-প্ৰদান নাছিল, পোন্ধৰ লিৰাতকৈ বেছি পইচা কোনো দিনে সিহঁতে মোৰপৰা আদায় কৰিব পৰা নাই।

কিন্তু আনা ণ্টিকলাৰে মোৰ হৃদয় সম্পূৰ্ণৰূপে গ্ৰাস কৰিছিল। তাই যদিও বদমাচ, তথাপি মোৰ লেখনীৰ জৰিয়তে তাই বিখ্যাত হৈ উঠিছে। মোৰ গ্ৰন্থত তাইক মই আদৰ্শবতী ৰমণী ৰূপে বৰ্ণনা কৰিছো। তাই যে এদিন একমহলাৰ খিৰিকীৰে পাৰ হৈ মোক এৰি মিলিটাৰী কেম্পলৈ পলাই গৈছিল, সেই কাহিনী মই কোনো কিতাপতে উল্লেখ কৰা নাই। (আনাক অনীটা বুলি ভুল নকৰিবা, প্ৰকৃততে মই অনীটাৰ বাহিৰে আন কোনো তিৰোতাকে গভীৰ ভাবে ভালপোৱা নাই)। আনাৰ কুকৰ্মবোৰ লক্ষ্য কৰি মই প্ৰথমতে বিতৃষ্ণ হৈছিলো, কিন্তু মই তাইক ক্ষমা কৰিছিলো। মোৰ ঘৃণাৰ বিষয়ে ইয়াকে কওঁ যে তাই মোৰ ওপৰত চোৰাংচোৱাগিৰি কৰিছিল, মই যে নিৰ্বাসিত লোকসকলৰ লগত চিঠি-পত্ৰৰে সংযোগ ৰাখিছিলো, সেই কথা তাই ফেচিষ্টসকলক জনাই দিছিল আৰু তাৰ ফলতে মই জেল খাটিবলগীয়া হৈছিলো। এই কাৰণেই মই তাইৰ লগত আইন অনুসাৰে বিবাহ বিচ্ছেদ কৰিছিলো।

বৰ্তমান মোৰ লগৰী হৈছে অনীটা। অনীটা সতী আৰু বিশ্বাসী। সাধাৰণ তিৰোতাই প্ৰতিভাশালী মানুহক শ্ৰদ্ধা জনাব নাজানে, সাধাৰণ

পুৰুষেও নাজানে। শিল্পী-সাহিত্যিক হিচাপে জ্বালা-যন্ত্ৰণাপূৰ্ণ জীৱন যাপন কৰাৰ পিছত সমস্তৰে শূন্যগৰ্ভতা আমি উপলব্ধি কৰিবলৈ সক্ষম হওঁ। আমাৰ প্ৰচেষ্টাৰ বিনিময়ত পুৰস্কাৰ হিচাপে আমি কি পাওঁ?—হয়তো অনীটাৰ দৰে বিশ্বাসী প্ৰেমিকাৰ মৰম। তাৰ বাহিৰে আমাৰ আশা কৰিবলৈ কিটো আছে?

আজলী ভেৰাৰখীয়া ছোৱালী এজনীৰ সংগ পোৱা আন সকলো সংগতকৈ আজি মংগলময়, আনন্দদায়ক। সেই কাৰণেই কবি-সাহিত্যিক-সকলে 'আৰ্কেডিয়া'ৰ কল্পনা কৰিছে। গজদন্তমিনাৰত বাস কৰা, মেডেলধাৰী, নপুংসক সকলৰ দৰে সাহিত্যৰ ব্যৱসায় কৰা 'একাডেমী-চিয়ান' সকলে এই আৰ্কেডিয়াৰ পৰশ নাপায়। মোৰ দৰেকৈ ডেকাকাল-ছোৱা দুখ-কষ্টৰ মাজেৰে সাহিত্য-সাধনা কৰা লোকেহে উপলব্ধি কৰিব পাৰে যে ভাৰ্জিল আৰু হোৰেচৰ সৈতে সিহঁতো একো কল্পনাৰ স্বৰ্গ-ৰাজ্যবাসী, প্ৰকৃত আৰ্কেডিয়ান।

মই ভালকৈ বুজিলো যে লিন্দাৰ লগত ভাল ব্যৱহাৰ কৰিলেহে মোৰ উদ্দেশ্য সিদ্ধি হব, মই তাইক খাতিৰ কৰিব লাগিব। মোৰ অধীনত কাম কৰাৰ সময়ত লিন্দাই সৈন্যবোৰৰ লগত হলিগলি কৰিবলৈ আৰম্ভ কৰা দেখি মই তাইক মোৰ ঘৰৰ পৰা বাহিৰ কৰি দিছিলো। সেই ঘটনাৰ কাৰণেই যে এতিয়া মই লিন্দাক খাতিৰ কৰিব লাগিব, সেইটো নহয়, তাইক খাতিৰ কৰিবলগীয়া হব এই কাৰণেই যে তাই এতিয়া আৰু মাইকী মানুহ হৈ থকা নাই, তাই এতিয়া এজনী স্বেচ্ছাচাৰী বেশ্যা,—মানুহক তৎক্ষণাত অপমান কৰিব পৰা আৰু মিনিট পৰ্যন্ত হিচাপ ৰখা বহু দিনীয়া বেশ্যাবোৰৰ দৰে তায়ো এজনী। টকা দিবলৈ হেহোঁ-নেহোঁ কৰা মানুহৰ লগত বেশ্যাবোৰে সময় খৰচ কৰিবলৈ নিবিচাৰে, টকা দিবলৈ প্ৰস্তুত থকা মানুহকহে সিহঁতে ভাল পায়। দৈনন্দিন খোৱা-বোৱা কাপোৰকানি আদিত খৰচ কৰিবলৈ সিহঁতে দৈনিক এক নিৰ্দিষ্ট হাৰত টকা উপাৰ্জন কৰিবই লাগিব। গতিকে সিহঁতৰ স্বভাৱ স্বাৰ্থলোভী পুৰুষৰ দৰে হৈ পৰে, পুৰুষ-বন্ধুবোৰক সিহঁতে নিজৰস্বাৰ্থ সিদ্ধিৰ কাৰণে ব্যৱহাৰ কৰে, বন্ধুবোৰবো বেছি ভাগেই নিকৃষ্ট মনৰ।

বন্ধুত্ব বোলা কথাটো আজিকালি নাইকিয়া হৈয়েই গৈছে। ময়ো

মানুহৰ লগত বন্ধুত্ব পাতিবলৈ চেষ্টা কৰিছিলো। বেছি ভাগ তথাকথিত বন্ধুৱে তোমাৰ পৰা তাৰ গুণৰ বিষয়ে অযথা প্ৰশংসা পাবলৈ আশা কৰে। মানুহৰ প্ৰশংসা কৰিবলগীয়া গুণৰো এটা সীমা আছে। কিন্তু তোমাৰ তথাকথিত বন্ধুই দিনে অন্ততঃ তিনি চাৰিবাৰকৈ তোমাৰ মুখৰ পৰা তাৰ গুণ-গান শুনিবলৈ আশা কৰে। কেৱল সিমানেই নহয়, তুমি আন মানুহৰ আগত তাৰ গুণ-গৰিমা বখনাটোও সি বিচাৰে। প্ৰথমে যেতিয়া তোমাৰ লগত পৰিচয় হবলৈ আহে, তেতিয়া সি খুব ভদ্ৰতা দেখুৱায়, তোমাৰ দুৰ্বলতাবোৰ যেন সি বুজিব পাৰিছে, এনেকুৱা ভাৱ এটা দেখুৱায, তুমি লিখা কিতাপ পঢ়ি আকৌ তোমাকে উপদেশ দিযে। এইদৰে বন্ধুত্বৰ আৰম্ভণিৰে পৰা সি তোমাক আমনি কৰিবলৈ লয। (অৱশ্যে ৰোম নগৰীত মোৰ দহজন অন্তৰংগ বন্ধু আছে আৰু সিহঁতৰ স্বভাৱ এনেকুৱা নহয।) কিন্তু যেতিয়া সি গম পায যে তুমি সংসাৰৰ কাকো ভয নকৰা, হক কথা কবলৈ পিছ নোহোঁহোকা, দুৰ্যোগৰ মাজতো অবিচলিত হৈ থাকা, তেতিযা সেই ভণ্ড প্ৰৱঞ্চক বন্ধুৱে তোমাৰ ওচৰ চাপিবলৈ এৰি দিযে।

এনেকুৱা এজন বন্ধুই এসময়ত মোৰ গাত লম্ভিছিল। সি তাৰ কিতাপৰ পাণ্ডুলিপি এখন আনি মোক দেখুৱাইছিল আৰু তাৰে চেলু লৈ মই য'লৈকে যাওঁ ত'লৈকে মোৰ লগে লগে গৈ মোক আমনি কৰিছিল। লিখাৰ কাৰণে মোৰ কোনো ধৰাবন্ধা সময় বা স্থান নাছিল। যি কোনো সময়তে যি কোনো ঠাইত মই সুযোগ পালে কাগজ-কলম উলিযাই লৈছিলো। মোৰ ওপৰোক্ত বন্ধুজনে কিন্তু এটা নিৰ্দিষ্ট সময়তহে লিখা কামত আত্মনিযোগ কৰিছিল। সেইখিনি সময়ৰ বাহিৰে আন যি কোনো সময়তে সি মোক আমনি কৰিছিলহি। কিন্তু ১৯২৮ চনত মোৰ শত্ৰু কেইজনমানে যেতিয়া মোক আক্ৰমণ কৰি মাৰধৰ কৰিছিল, তেতিয়া সি মোক অকলে এৰি ফালৰি কাটি গুচি গৈছিল আৰু মোক চিনি নোপোৱা ভাও ধৰিছিল। জখম হোৱা কাৰণে সাতাইশ দিন মই বিছনাত পৰি থাকিবলগীয়া হৈছিলো। কিন্তু তথাপিও সি মোৰ কোনো খা-খবৰ কৰা নাছিল।

তাৰ পিছত এদিনাখন ৰাতি সি তাৰ চাকৰৰ হাতত সি লিখা এখন চিত্ৰনাট্যৰ পাণ্ডুলিপি মোলৈ পঠিযাই দিছিল আৰু সেইখন পঢ়ি ভুল

আদি শুধৰাই কোনোবা এজন ফিল্ম-শিল্প ব্যৱসায়ীক দি প্ৰযোজনা কৰিবলৈ চাকৰটোৰ জৰিয়তে মোক অনুৰোধ কৰিছিল।

পিছত এবাৰ যেতিয়া মই কপৰ্দকশূন্য হৈছিলো, তেতিয়া মই তাৰ সহায় বিচাৰিছিলো। ইয়াতে এটা কথা স্পষ্ট ভাৱে কৈ থওঁ ° মই কোনো দিনে কোনো বন্ধুক টকা খোজা নাই। মই এই বন্ধুজনকো টকা খোজা নাছিলো। কপৰ্দকশূন্য মানে মোৰ যে একেবাৰেই টকা নাছিল, সেইটো নহয়, হাতত নগদ টকা নাছিল। বেংকত জমা থোৱা মোৰ নিজৰ টকা উলিয়াই আনি মোৰ হাতত দিবলৈহে তাক অনুৰোধ কৰিছিলো। কিন্তু সি নিজেতো বেংকলৈ নগ'লেই, আনকি তাৰ চাকৰটোকো নপঠালে। মই তাৰ পাণ্ডুলিপিখনেৰে জাবৰ-জোথৰ সাৰি লোতেৰা অৱস্থাত তাৰ ওচৰলৈ ঘুৰাই পঠালো। তেতিয়াৰ পৰা মই মাত্ৰ দেইজনমান বন্ধুৰ বাহিৰে সম্পদকালত মোৰ ওচৰ চাপিব খোজা তথাকথিত বন্ধু নামধাৰী ব্যক্তিসকলক দূৰতে বিদূৰ কৰিছিলো।

এতিয়া লিন্দাৰ কথালৈ আহোঁ।

পুৰণি দিনত মই লিন্দাক মৰম কৰিছিলো আৰু মাজে-সময়ে আমনিও দিছিলো। ইযাৰ বাহিৰে আন একো কৰা নাছিলো। মই কৰা মৰমৰ কথা তাই ইতিমধ্যে পাহৰি গৈছে, কিন্তু তাইক আমনি কৰা কথা এতিলমানো পাহৰা নাই। যদিও তাই মোৰ মন তিক্ত অভিজ্ঞতাৰে পূৰ্ণ কৰি তুলিছিল, তথাপি মই তাইৰ সৈতে বেযা ব্যৱহাৰ কৰা নাছিলো। যি নহওক, মই তাইক কলো যে বৰ্তমান মোৰ অৱস্থা ভাল, ব্যৱসায়ো ভালদৰেই চলিছে আৰু এখন চিত্ৰ বেচি পোৱা টকাৰে তাইৰ কাৰণে এটা সোণৰ আঙঠি কিনি আনিছো। আচলতে মোৰ কথা সঁচা নাছিল, কাৰণ আমেৰিকানবোৰে শিল্পীৰ পৰা চিত্ৰ নিকিনে।

'চাওঁ চাওঁ, আঙঠিটো মোক দিয়া। কিমান দাম পৰিল আঙঠিটোত? মোক দিযা। তোমাৰ আঙুলিৰ পৰা সোলোকোৱাচোন!'

মই আঙুলিৰ পৰা আঙুঠিটো নুখুলিলো, কাৰণ খুলি ওচৰৰ পৰা দেখুৱালে তাই গম পাব যে আঙঠিটো আচলতে সোণৰ নহয়।

সেযে মই তাইক দূৰৰ পৰাই আঙঠিটো দেখুৱাই কলো, 'চোৱা,

কিমান ধুনীয়া আঙঠি ! আমেৰিকান এজনৰ ওচৰত মোৰ ধুনীয়া ছবি এখন বেচি সেই টকাৰে আঙঠিটো কিনিছো !'

'তুমি ইমান ভাল। তুমিও তেনেহলে আমেৰিকানবোৰৰ লগত ভাল ব্যৱসায় কৰিছা।'

'এৰা, মোৰ বেয়া বস্তুবোৰ আমেৰিকানহঁতৰ ওচৰত বেচিছো।' মই ঠাট্টাৰ সুৰেৰে উত্তৰ দিলো। 'সাৱা, তোমাৰো আঙঠি এটা আছে দেখোন। চাওঁ তোমাৰ আঙঠিটো !'

'অ', মোৰ এই আঙঠিটো ? এই আঙঠিটো খুব দামী। সিদিনা ৰাতি মদৰ নিচাত দুৰ্ঘোৰ মাতাল হোৱা কানাডিয়ান এজনে আঙঠিটো মোক দিছিল।'

'তোমাৰ আঙঠিটো আচল সোণৰ আঙঠি নহয়, মই বাজি ধৰি কব পাৰো।'

'আচল নহয় ?' তাই খঙেৰে মূৰ জোকাৰিলে আৰু তাইৰ আঙুলিত থকা আঙঠিটো হাতেৰে ঢাকি ধৰিলে। তাৰপিছত তাই খঙেৰে আঙুলিটোলৈ চালে। কানাডিয়ানজনে যে তাইক সঁচাকৈয়ে বুৰ্বক কৰি থৈ গ'ল, সেই কথাত তাইৰ সন্দেহ উপজি কলে, 'সি বাৰু মোক ঠগিলে নেকি ? সি একেবাৰে মাতাল অবস্থাত আছিল।'

অৰ্থাৎ তাই কব খুজিছিল যে মাতালেও মিছা কথা কব পাৰে। 'মদ খোৱা মানুহে সঁচা কথা কয়' বোলা প্ৰবাদটোৰ অৰ্থ হৈছে এয়ে যে মাতাল অবস্থাত মানুহে মিছা কথা কোৱা শক্তি হেৰুৱাই পেলায়। অৰ্থাৎ—মদে মগজু পৰিষ্কাৰ কৰে, মানুহৰ উদাৰ গুণবোৰ জাগৰিত কৰে ইত্যাদি প্ৰচলিত বিশ্বাসবোৰ সত্য নহয়, বৰং মদখোৱা মানুহ হয় ঠগবাজ। সাধাৰণ মানুহকু মদে ধ্বংসৰ মুখলৈ ঠেলি দিয়ে। মদৰ নিচাত মানুহে যি চিন্তাই মনলৈ আহে, তাকেই প্ৰকাশ কৰি পেলায়। কিন্তু এজন মানুহে কি চিন্তা কৰে, সেইটো বাহিৰ কৰিবলৈ ভাল ব্যৱহাৰৰ আৱশ্যক নে শাস্তি আৰু মদৰ বটলৰ প্ৰয়োজন ? সত্য কথা উলিয়াবলৈ চালাকি, বল প্ৰযোগ নে ভদ্ৰতাৰ প্ৰয়োজন ? যি মানুহৰ মগজুত সাৰবস্তু একো নাই, তাৰ মুখৰ পৰা সত্য কথা উলিয়াবলৈ চালাকি, বল প্ৰযোগ বা ভদ্ৰতা প্ৰয়োগ কৰিলেও সি সঁচা কথা নকয়। মদে তাৰ শূন্য মগজু আৰু বোঁছ তৰল কৰিহে তোলে। যিহেতু

মদখোৱা বেছিভাগ মানুহেই সাৰবস্তুহীন মগজু সম্পন্ন ( সিহঁতৰ মগজুত থাকে কেৱল কিছুমান কামৰ স্মৃতি, অসৎচিন্তা, হিংসা আৰু ঘৃণা ), তেনেস্থলত সেই আত্মাহীন, হৃদয়হীন, বুদ্ধিহীন মানুহবোৰক সত্য কথা কোৱাবলৈ চেষ্টা কৰাটো অনৰ্থক সময়ৰ অপচয় মাথোন। সত্যৰ লেশমাত্রও সিহঁতৰ অন্তৰত নাথাকে। সিহঁতৰ চিন্তা বা কৰ্মও হয় আধা-ডোখৰীয়া, খণ্ডিত। সিহঁত এনেকুৱা মূৰ্খত পৰিণত হয় যে বন্ধুৰ মাজতো সিহঁতে পৰস্পৰে পৰস্পৰক জুৱাচোৰ, পাষণ্ড ইত্যাদি আখ্যা দিয়ে।

যিজন কানাডিয়ানে লিন্দাক আঙঠিটো দিছিল, সি নিশ্চয় একনম্বৰ ধূৰ্ত আছিল। ধূৰ্তালি আৰু বুদ্ধিৰ মাজত পাৰ্থক্য আছে। বুদ্ধিৰ লগত আন্তৰিকতা আৰু ভদ্ৰতা মিহলি হৈ থাকে, বিজুলীৰ চমকৰ দৰে ই ইন্দ্ৰিয়ক সজাগ কৰি তোলে। গাহৰিৰ তেল খালে মানুহ যেনেকৈ শকত হয়, সেইদৰে ধূৰ্তালি বুদ্ধিয়ে মানুহৰ প্ৰকৃত বুদ্ধিক ভোতা কৰি তাক মূৰ্খত পৰিণত কৰে। বহুক্ষেত্ৰত দেখা যায় যে ধূৰ্ত মানুহে বুধিযকৰ কাম বুলি কৰা কামৰ ফল হিতে বিপৰীত হয়। কানাডিয়ান-জন আছিল ধূৰ্তৰ চূড়ামণি, সি লিন্দাক টকা নিদি মাতালৰ ভাও ধৰি সেই বাজে আঙঠিটো দিছিল। আঙঠিটো আছিল ডাঠ কাগজেৰে তৈয়াৰী। এনেকুৱা মূল্যহীন আঙঠি বজাৰত কিনিবলৈ পোৱা যায়।

আঙঠিটোৰ ওজন আৰু পাথৰটো চায়েই অনায়াসে কব পাৰি যে আঙঠিটো আচল আঙঠি নহয়। আচল প্ৰবাল পাথৰৰ ৰং হুইস্কি মিহলোবা পানীৰ বৰণৰ। কৃত্ৰিম প্ৰবাল পাথৰত কৃত্ৰিম উপায়ে ৰং দিয়া হয়। সোণ আচল নে কৃত্ৰিম জানিবলৈ হলে অলপ ঘঁহি চোৱাটোৱেই সহজ উপায়।

কানাডিয়ানজনে প্ৰবাল পাথৰৰ গুণৰ বিষয়ে কৈ লিন্দাৰ মন আকৰ্ষণ কৰিছিল। কাৰণ চেমনীয়া ল'ৰা এটাইও জানে যে অলংকাৰ-পাতিৰ কাৰণেহে বেশ্যাৰ প্ৰথম প্ৰেম ওপজে, লাগিলে সেই অলংকাৰ কৃত্ৰিমেই হওক! সাধাৰণতে দেখা যায় যে বেশ্যাবোৰে আচল অলংকাৰ-পাতি সোলোকাই ৰাখি কৃত্ৰিম অলংকাৰ-পাতি পৰিধান কৰিহে মানুহৰ মন আকৰ্ষণ কৰে।

লিন্দাই মোক কলে, 'তুমি কোৱা কথা সঁচানে? চোৱা, তুমি মোক

লগ পালেই মোৰ মন সদায় হতাশ কৰি তোলা। তুমি এক নম্বৰ চয়তান। সকলো ঠাইতে মই তোমাকহে লগ পাওঁ। তুমি মোৰ মনত সন্দেহ জগাই তুলিলা কেলেই? যোৱা ৰাতি কানাডিয়ানজনে মোক আঙঠিটো দিছিল। নহয়, কানাডিয়ানজনে নহয়, চিচিলিযানজনেহে দিছিল। দুজন সৈন্য মোৰ ঘৰলৈ আহিছিল। কোনজনৰ আঙুলিৰ পৰা মই আঙঠিটো খুলি আনিছিলো মনত নাই।'

'হয় নেকি? আচ্ছা, আঙঠিটো সোলোকোৱাচোন। আঙঠিটো সঁচাকৈয়ে সোণৰ হয় নে নহয় পৰীক্ষা কৰি চাওঁ। দেৱালত অলপ ঘঁহি দিলেই গম পোৱা যাব।'

মই লিন্দাক মূল্যবান পাথৰ আৰু সোণৰ বিষয়ে কিছু কথা ক'ম বুলি ভাবিছিলো। কিন্তু তাই মোক মনে মনে থাকিবলৈ কলে, কাৰণ তাইৰ বান্ধবীজনীও ওচৰতে বহি আছে।

'বাৰৰ পৰা ওলাই গৈ আমি পৰীক্ষা কৰি চাম বাৰু—' তাই মোৰ কাণৰ কাষত ফুচফুচাই কলে।

মযো তাইক অকলশৰীযাকৈ পোবাটোকে বিচাৰিছিলো। বান্ধবীক এক মিনিট সময অপেক্ষা কৰিবলৈ কৈ তাই মোৰ লগত বাৰৰ পৰা ওলাই আহিল। জাৰ্মান আৰু আমেৰিকানহঁতে কোৱাৰ দৰে তায়ো 'এক মিনিট' বুলি কবলৈ শিকিছে। জাৰ্মানহঁতেই প্ৰথমে এই 'এক মিনিট' বুলি কোৱা কথাটো জনপ্ৰিয় কৰি তুলিছিল। ঠিক সিহঁতৰ দৰে আমেৰিকানহঁতেও কয, 'এক মিনিট সময অপেক্ষা কৰা, ইটালীৰ মানুহৰ দুখ দুৰ্দশা, ক্ষুধা-দাৰিদ্ৰ্যৰ আমি অন্ত কৰিম।'

আচ্ছা, সেইবোৰ বিৰক্তিকৰ কথা এৰি এতিয়া লিন্দাৰ কথালৈ আহোঁ।

মই তাইক একাষৰীযাকৈ মাতি নি কলো যে তাই মোৰ এলুমিনিযাম বাইচাইকেলখন চুৰি কৰা চোৰকেইটাৰ লগত মোক লগ লগাই দিব লাগে আৰু তাৰ কাৰণে মই সম্পূৰ্ণ টকা দিবলৈ প্ৰস্তুত। এই বাৰখনলৈ প্ৰাযে অহাযোৱা কৰা তাইৰ বন্ধু চোৰহঁতেই যে মোৰ বাইচাইকেলখন চুৰি কৰিছে, সেই কথা লাজতে মই তাইক নকলো। তাই ভাবিছিল যে মই চালাকী কৰিহে তাইক এইদৰে অনুৰোধ কৰিছো। অৱশ্যে তাই জানে যে মই তাইতকৈ বেছি চালাক আৰু বিপদৰ সময়ত নিৰীহ মানুহৰ ভেশ ধৰাত মই পাকৈত।

মোৰ ধাৰণা যে আমাৰ দৰে লোকে অৱলম্বন কৰিব পৰা পন্থা পৃথিৱীত একেবাৰে তাকৰ। আমি হয়তো মাৰ খাই মৰিবলগীয়া বা ফাঁচীকাঠত জীৱন হেৰুৱাবলগীয়া নহ'ও। কিন্তু আমাৰ অৱস্থা হয়গৈ শোচনীয়, মানুহৰ নিন্দা-উপহাসত আমি চেন্ট লৰেন্সৰ নিচিনাকৈ তিলে তিলে জ্বলি-পুৰি মৰিব লাগে। চেন্ট লৰেন্সৰ হত্যাকাৰীহঁত সাহিত্যিক-শিল্পী আছিল নে মোক নিৰ্য্যাতন কৰা মানুহবোৰৰ দৰে ৰাজনীতিত লিপ্ত মানুহ আছিল, কব নোৱাৰো। জানোচা মই ৰাজনীতিত যোগ দি সিহঁতৰ স্থান দখল কৰো, সেই ভয়তে সিহঁতে মোক নিৰ্য্যাতন কৰিছিল। মই ৰাজনীতি ঘৃণা কৰো, কিন্তু সিহঁতে ভাবিছিল যে হয়তো ৰাইজৰ সমৰ্থন ময়েই লাভ কৰিম। সাহিত্যিকবোৰে মোক দুটা কাৰণত ভয় কৰে,—প্ৰথম, মই কিজানি সিহঁতৰ নীচতা, ভণ্ডামি আৰু পৰস্পৰৰ মাজত থকা ঈৰ্ষাৰ কথা প্ৰকাশ কৰি দিওঁ, দ্বিতীয়, মোৰ প্ৰতিভা। শিল্পীসকলে মোৰ ৰেখাচিত্ৰক স্বীকৃতি দিছে। ই মোৰ বাবে এটা স্মৰণীয় ঘটনা। মযো এন্টোনিঅ' পোলযিঅ'ৰ দ্বাৰা কৃত ভাস্কৰ্য্যতকৈ তেওঁ অ'কা ছবিহে ভাল পাওঁ, গোযাৰ চিত্ৰতকৈ তেওঁৰ ৰেখাচিত্ৰ মোৰ ভাল লাগে, ৰেম-ব্ৰাণ্টৰ তৈলচিত্ৰতকৈ জলৰঙৰ ছবি বেছি চিত্তাকৰ্ষক, মিলে অংকিত সম্পূৰ্ণ চিত্ৰতকৈ তেওঁৰ ৰেখাচিত্ৰ মোৰ মানত দহগুণে উত্তম। বহুতো শিল্পীৰ ক্ষেত্ৰত, বিশেষকৈ ৰাফেলৰ ক্ষেত্ৰত, এই কথা খাটে। কিন্তু বোদলেযাৰ আৰু মোৰ নিচিনাকৈ কেইজনৰ শিল্প সম্বন্ধে এনেকুৱা উচ্চ ৰসভাৱ আছে! বেছিভাগ মানুহেই বিচাৰে ডাঙৰ চিত্ৰ। শিল্পী সকলে মোৰ ৰেখাচিত্ৰৰ প্ৰশংসা কৰে অৱশ্যে এটা হাঁহি উঠা কাৰণত,—সিহঁত নিজে ৰেখাচিত্ৰ অংকনকাৰী নহয বাবে মোৰ লগত প্ৰতিদ্বন্দ্বিতা কৰাৰ সিহঁতৰ আৱশ্যক নাই। কিন্তু সিহঁতে মোৰ আন চিত্ৰৰ প্ৰশংসা নকৰে, কাৰণ সিহঁতে ভাবে যে যদি প্ৰতিযোগিতাত মোৰ চিত্ৰকো স্থান দিয়া হয, তেন্তে সৰ্বপ্ৰথম ময়েই পুৰস্কৃত হম। মোৰ চিত্ৰ ব্যক্তিগত সংগ্ৰহকাৰী সকলৰ খুব প্ৰিয়।—এই আটাইবোৰ কথা এৰিলেও মোৰ নিচিনা মানুহৰ আছে অসংখ্য শত্ৰু। গাইগুটীয়াকৈ সিহঁতৰ শক্তি নিচেই কম, কিন্তু আটাইবোৰ একগোট হোৱাৰ ফলত মোৰ কান্ধত সৃষ্টি হয বিৰাট বোজা।

গতিকে মোৰ আগত দুটা পন্থা আছে: হয় কাৰাভাজিঅ' আৰু

বেনভিনুটো চেলিনীৰ অনুকৰণত সিহঁতক ঘুচিযাই বগৰোৱা, নহয় সিহঁতক নিজৰ ইচ্ছামতে চলিবলৈ দি আঁতৰি থকা। মই শত্ৰুহঁতৰ পৰা আঁতৰিয়েই থকিছো। নিজৰ গা বচাই সিহঁতক বিৰক্ত কৰাটোৱেই উৎকৃষ্ট পন্থা। মোৰ লক্ষ্য হল ইটালীৰ কিছুমান আলোচনীৰ সম্পাদকক কামৰ পৰা বৰ্খাস্ত কৰোৱা।

লিখকবোৰে কিছুমান সম্পাদকক মোৰ বিৰুদ্ধে নানা কথা লগাইছিল। শিল্পীবোৰে ফেচিষ্ট শিল্প-সংগ্ৰহকাৰীবোৰক মোৰ চিত্ৰ কিনিবলৈ বাৰণ কৰিছিল। এই ফেচিষ্টহঁতে ইহুদীসকলক জুলুম কৰিছিল। এতিয়া আকৌ সিহঁতেই কমিউনিষ্ট হৈছে। যিটো দল সংখ্যাগৰিষ্ঠ তাতেই সিহঁতে থাকিবলৈ বিচাৰে, লাগিলে সেই দলটো ফেচিষ্টেই হওক বা কমিউনিষ্টেই হওক। সংখ্যাগৰিষ্ঠ দলত থাকি নিজৰ ব্যৱসায় সুচাৰুৰূপে চলাই যোৱাটোৱেই সিহঁতৰ উদ্দেশ্য।

মই আকৌ লিন্দাৰ কথাৰ পৰা আঁতৰি আহিছো। এইবাৰ লিন্দাৰ কথা কোৱা যাওক। তাই মোৰ ষ্টুডিঅ'লৈ অহা-যোৱা কৰাৰ সময়ত মই জীয়াই থাকিবৰ বাবে কৰা সংগ্ৰামৰ কথা আৰু মোৰ উদ্বেগৰ কথা তাই গম পাইছিল। টেলিফোন যোগে মই কৰা কথোপকথন শুনি তাই উপলব্ধি কৰিব পাৰিছিল যে মোৰ শত্ৰু বহুত। তাই সহজাত প্ৰবৃত্তিৰে বুজি পাইছিল যে ক্ষমতাৱান মানুহৰ অবস্থা বেযাৰ ফালে ঢাল খালেও শত্ৰুৱে তাক এৰা নিদিযে। আনহাতে সাধাৰণভাবে জীৱন যাপনৰ প্ৰতি মোৰ আগ্ৰহ আৰু ধনীলোকৰ পৃষ্ঠপোষকতা লাভৰ প্ৰতি মোৰ উদাসীনতা দেখি তাই বুজিছিল যে সাধুকথাৰ কপৌ আৰু সাপৰ দৰে মযো চালাক আৰু স্পষ্টবাদী।

এসময়ত মই মোৰ চিকাৰী কুকুৰ লিযেবক আৰু অপহৃত বাইচাইকেল পুনৰুদ্ধাৰ কৰিবলৈ সক্ষম হোবাৰ কাহিনী তাই জানে। তথাপি বাৰে বাৰে মোৰেই বাইচাইকেল চুৰি হোবা দেখি তাই মোক অপদাৰ্থ বুৰ্বক বুলি ভাবিলে। যি নহওক মনলৈ সাহস আনি মই তাইক কলো যে তাই মোৰ ঘৰৰ পৰা গুচি অহাৰ আৰু লুচিয়ানেলাৰ (মোৰ ছোৱালীজনী) জন্ম হোবাৰ পিছৰ পৰা মোৰ আৰ্থিক অৱস্থা একেবাৰে শোচনীয় হৈ উঠিছে। অনীটাও ঘৰুৱা কামত ব্যস্ত থাকিব-লগীয়া হোৱাত ক্লান্ত হৈ পৰিছে, কেচুৱাটোক প্ৰতিপালন কৰা, ঘৰৰ সমস্ত

কাপোৰ ধোৱা, ঘৰ পৰিস্কাৰ কৰা ইত্যাদিৰ ওপৰিও ৰাজহুৱা ৰন্ধন-শালাৰ দুৱাৰত খাদ্য সংগ্ৰহৰ বাবে 'কিউ'ত থিয় হোৱা কাম অনীটায়েই কৰিবলগীয়া হৈছে।

'কি কলা ?' তাই মোৰ কথাৰ মাজতে কলে, 'তুমি এতিয়া ৰাজহুৱা লংগৰখানাৰ পৰা খাদ্য সংগ্ৰহ কৰিবলগীয়া অৱস্থাত পৰিছা ? অলপ আগতে দেখোন তুমি মোক কৈছিলা যে তোমাৰ অৱস্থা আগতকৈ বহুতো ভাল হৈছে আৰু তুমি আৰামেৰে আছা ?'

'তোমাৰ বান্ধবী থকা কাৰণে লাজতে সেইবুলি কৈছিলো। প্ৰকৃততে মোৰ অবস্থা আগতকৈও শোচনীযহে হৈছে !'

এনেকুবা কথা কৈ তিৰোতাৰ মন গলাব পাৰি। এনেবোৰ কথা শুনিলে সিহঁতৰ হৃদয উদাৰ হৈ উঠে। সাধাৰণতে তিৰোতাবোৰৰ মন বৰ সংকীৰ্ণ, বিশেষকৈ প্ৰেমিকৰ লগত সিহঁতে হীন ব্যবহাৰ কৰে। কিন্তু যেতিয়া সিহঁতে দেখে যে সিহতঁৰ আগৰ মালিক বা প্ৰেমিক দুখত পৰিছে, তেতিয়া সিহঁত সহৃদযা হৈ উঠে, নিজৰ ভাগৰ পৰা খাদ্য, টকা ইত্যাদি দিও সিহঁতে সহায কৰে। সিহঁতৰ হৃদয যে সংকীৰ্ণ নহয, তাকে দেখুবাবলৈ বোধহয সিহঁতে এনেকুৱা কৰে। অথবা দুৰ্দশাগ্ৰস্ত মানুহৰ প্ৰতি হযতো সিহঁতে অনুকম্পা অনুভব কৰে, ধনী, ভাগ্যৱান মানুহকহে বোধকৰো সিহঁতে ঘৃণা কৰে আৰু সংকীৰ্ণ ভাবেৰে ব্যৱহাৰ কৰে। ধনী হোবাটোও এটা বিপদজনক কথা। অৱশ্যে ধনীযে টকাৰে সকলো কাম কৰিব পাৰে যেন ধাৰণা হয। কিন্তু ধনীৰ প্ৰতি মানুহৰ মন সৰ্বদায সন্দিগ্ধ কাৰণে ধনীযে প্ৰেমৰ জৰিযতে একো কাম কৰিব নোবাৰে। ধনীৰ শাস্তি এযে।

আৰু এজনী ছোবালীৰ কথা মোৰ মনত পৰিছে। তাইৰ নাম মৰিণা। তাই এবাৰ মোক বিপদত সহায কৰিছিল। আমাৰ খাবলৈ একো নথকাৰ সমযত তাই আমাক ৰুটি দি সহায কৰিছিল। জাৰ্মান সৈন্যৰ সৈতে তাইৰ সম্পৰ্ক আছিল, কিন্তু ঘুৰি আহোতে তাই সদায় লগত ৰুটি লৈ আহিছিল। প্ৰায আটাইবোৰ ৰুটি তাই আমাক দিছিল, নিজৰ কাৰণে বিশেষ একো নাৰাখিছিল। ৰোমৰ পৰা জাৰ্মানহঁত গুচি যোৱাৰ পিছত এদিনাখন আমি পৰিত্যক্ত জাৰ্মান সৈন্য-বাহৰ এটালৈ যোৱাৰ কথাও মনত পৰিছে। চেন্ট অ'নোফ্ৰিঅ' গীৰ্জাৰ অদুৰত

মেডোনা ডেল্ল ৰিপোজোৰ কাষত সৈন্য বাহৰটো আছিল। মেডোনা ডেল্ল ৰিপোজোত টাচ্চোৰ কবৰটো আছে। গতিকে সেই ঠাইখন বিখ্যাত আৰু মোৰ প্ৰিয়। সেইদিনা সাঁজ লগাৰ সময়ত আমি জাৰ্মান বোমাত বিধ্বস্ত ৰেল লাইনৰ কাষৰ ডাঙৰ ডাঙৰ দলং, পথাৰ আৰু ভেল ডি ইনফাৰ্নোৰ খালবোৰৰ দাঁতিৰে ফুৰিছিলো। মৰিণাই সেই পৰিত্যক্ত সৈন্য-বাহৰটোত কাঠৰ চৰিযাত শুকাই ৰখা আলু কিছুমান পাইছিল। আমি আলুবোৰ সৰু সৰুকৈ টোপোলা কৰি বান্ধি আনন্দ মনেৰে ঘৰলৈ লৈ আহিছিলো। ঘৰ পোৱাৰ পিছত মৰিণাই নিজৰ বাবে একো নাৰাখি আটাইবোৰ আলু আমাকেই দিব খুজিছিল।

গতিকে মানুহে বেশ্যাবোৰৰ বিষয়ে বিদ্বেষ উদগাৰ কৰাৰ আগেযে সিহঁতো যে ভগৱানৰে সন্তান সেই কথা মনত পেলোবা উচিত। মৰিণাতকৈ মধুৰ স্বভাৱৰ আন এজনী ছোৱালী মই ক'তো লগ পোৱা নাই। তাই সদাযে সুখী, যুদ্ধৰ ফলত উদ্ভৱ হোৱা ক্ষুধা দাৰিদ্ৰ্যৰ যন্ত্ৰণাৰ মাজতো তাইৰ মুখৰ পৰা হাঁহি মাৰ যোৱা নাই। লিন্দায়ো মোৰ প্ৰতি এতিযা সহানুভূতি আৰু মৰম দেখুৱাইছে। মই তাইক মোৰ বাইচাইকেলখনৰ কথা কলো।

তাই হাঁহি আশ্চৰ্য্য ভাৱেৰে কলে, 'তুমি ইমান বুধিযক, তথাপি তোমাৰ পৰাহে বাইচাইকেল চুৰি কৰিলে? মোক হলে তুমি সামান্য কথাৰ কাৰণেই গালি-শপনি পাৰিছিলা। মোৰ বদনামো তুমি গাইছিলা। তথাপি মই তোমাক সহায কৰিম। মোৰ পৰাও তেনেহলে কাম হয়।'

তাৰপিছত তাই বৈ কিবা ভাবিলে। মই সুধিলো, 'মই তেন্তে কি কৰিম কোৱা।'

তাই কলে, 'এক মিনিট ৰ'বা, মই মোৰ বান্ধবীৰ লগত আলোচনা কৰিব লাগিব। তাই ভিযা ডেল্ল পেনিকোৰ আটাইবোৰ চোৰকে চিনি পায়।'

তাই গ'ল। কিছু পৰৰ পিছত তাই তাইৰ বান্ধবীৰ সৈতে আনন্দ মনেৰে ঘূৰি আহিল। বান্ধবীজনী যোল বছৰ বয়সীযা আৰু স্বামী-পৰিত্যক্তা।

এই ছোৱালীজনীৰ জন্ম পেনিকোতেই আৰু তাতেই তাই ডাঙৰ-দীঘল হৈছিল। তথাপিও তাই লুক্ৰেচিযা বোৰ্গিযাৰ যোল বছৰ বযসীয়া

নগা বান্ধৱী জিলিয়া ফাৰ্ণিজৰ বিষয়ে একো নাজানে। তাই মন্ট জিয়ৰ্ডানো নামৰ ঠাইখনৰ সম্বন্ধেও একো নাজানে। লুক্ৰেচিয়াৰ বৃদ্ধ বাপেকে পুতেকৰ সৈতে তালৈ প্ৰায়ে গৈ জিলিয়াৰ উদং কান্ধত চুমা খাই মৰম কৰিছিল, কোনো এজন উকীলৰ বা ভেটিকানৰ কোনো পৃথিভৰালীৰ নষ্ট-চৰিত্ৰা ঘৈণীয়েকে ফাৰ্ণিজৰ লগত প্ৰেম কৰিবলৈ বৃদ্ধক সহায় কৰিছিল।

'হায় ভগৱান, আলবাৰ্টোয়েই বোধকৰো চুৰি কৰিছে!' ছোৱালী-জনীয়ে কলে।

মই তাইক বাইচাইকেলখন কেনেকৈ চুৰি হ'ল, সেইকথা বহলাই কলো। কওঁতে চোৰহঁতৰ ওপৰত বেছি দোষাৰোপ নকৰি দেশৰ বৰ্তমান অৱস্থাই চুৰি কাৰ্য্যৰ বাবে দায়ী বুলি কলো। যেতিয়া তাই 'আলবাৰ্টো' কথাটো উচ্চাৰণ কৰিলে, মই হাতেৰে স্বৰ্গ ঢুকি পোৱা যেন পালো। আলবাৰ্টো আৰু পাম্পা একেজন মানুহেই নেকি, সেইকথা মই উলিয়াব লাগিব। তাইৰ মনত কিবা সন্দেহ উপজিল। তাই বুজিলে যে আলবাৰ্টোক চোৰ বুলি কৈ তাই ভুল কৰিছে। অপ্ৰস্তুত ভাৱ আঁতৰাই তাই কলে, 'নহয়, নহয়, আলবাৰ্টোই চুৰি কৰা নাই। যি নহওক, মোৰ কথা শুনক।' তাই ভদ্ৰভাৱে কলে।

'শুনক,' তাই পুনৰকলে, 'বোধহয় মই আপোনাক সহায় কৰিব পাৰিম, কিন্তু আপুনি কিছু টকা খৰচ কৰিব লাগিব।'

যোলবছৰ বয়সতে তাই সকলো কূট বুদ্ধি শিকিছে, চোৰৰ নাম উল্লেখ নকৰি টকা আদায় কৰিবলৈও শিকিছে।

তাই আকৌ কলে, 'মই পোনিকোৰ বহুত মানুহক চিনি পাওঁ, সিহঁতক মই সুধি চাব পাৰো। কিন্তু আপোনাক বিশ্বাস কৰো কেনেকৈ? অৱশ্যে আপোনাক বিশ্বাস কৰিব পাৰি যেন অনুমান হয়।'

তাই ইমান ধুনীয়াকৈ ভদ্ৰভাৱে হাঁহি মাৰিলে যে তাইক বৈঠকখানাত বহি থকা অভিজাত মহিলাৰ দৰে লাগিল।

লিন্দাৰ ফালে চাই তাই কলে, 'তোমাৰ এই চাহাবজনক—তেওঁৰ নামটো বা কি?—বিশ্বাস কৰিব পাৰিবনে?'

লিন্দাই ওঁঠ কামুৰি 'পাৰি' বুলি তৎক্ষণাৎ উত্তৰ দিলে। 'তেওঁৰ হৈ মই জিম্মাদাৰ হ'ম'—লিন্দাই ডাঙৰকৈ কলে।

'তেন্তে আপোনাৰ বাইচাইকেলখন যিজনে ঘূৰাই দিযে, সেইজনক আপুনি কি দিব ?'—ছোৱালীজনীয়ে সুধিলে।

'তোমাক এটা চুমা দিম'। মই কলো।

তাই ভাবিৰে মাটিত গোৰ মাৰি শৰীৰত এটা ঝংকাৰ তুলি ধুনিযা চকুদুটা অৰ্দ্ধ নিমীলিত কৰি কলে যে এই মুহূৰ্তত চুমাৰ প্ৰতি তাইৰ অকণো আগ্ৰহ নাই, অৱশ্যে আমি যদি আলিবাটৰ মাজত থিয় হৈ নাথাকিলোহেঁতেন, তেন্তে তাই বিনামূল্যেই মোক চুমা এটা দিলেহে তেন। ভিয়া ড্ৰেছ পোনিকোত ঘূৰি ফুৰা ডেকাহঁতৰ ফালে আঙুলিযাই তাই কলে, 'চুমাৰ জগত সৌ সিহঁতৰ কোনো খাতিৰ-বাতিৰ নাই। মোৰো দৰকাৰ নাই। আপোনাৰ বাইচাইকেলখনৰ বিষয়ে মই মোৰ মা'ক কব লাগিবগৈ। মা বুঢী হৈছে, তেওঁ এই এলেকাটোৰ বহুতো বুঢীক চিনি পায়। মা বৰ বুদ্ধিমতী। কিন্তু কিমান টকা দিব পাৰিব আপুনি ? আজিকালি বাইচাইকেল এখন থকা মানে বহুত কিবাকিবি থকা, সেইকথা মনত ৰাখিব! আপুনি বাৰু কিমান টকাত বাইচাইকেলখন কিনিছিল ?'

তাইৰ কথাৰ উত্তৰ দিবলৈ মই অলপ আগ-পিছ গুণিবলগীযা হ'ল, কিয়নো মই যি সময়ত বাইচাইকেলখন কিনিছিলো, সেই সময়ত বাইচাইকেলৰ দাম বহুত কম আছিল।

তাই মোৰ মন জুখিবলৈ বুলি কলে, 'আপুনি দহ হাজাৰ লিৰা দিব জানো ? ইযাৰ কমত সিহঁতে কিজানি বাইচাইকেলখন ঘূৰাই নিদিব।'

মোৰ এই সদ্যপৰিচিতা ছোৱালীক মই কেনেকৈ কওঁ যে মোৰ আৰ্থিক অৱস্থা অতি শোচনীয আৰু মোৰ দাৰিদ্ৰ্যৰ বাবে যুদ্ধই দাযী ? যুদ্ধই কিছুমানক ধনী কৰে আৰু কিছুমানক দাৰিদ্ৰ্যৰ মুখলৈ ঠেলি দিযে। যুদ্ধৰ পূৰ্বে দৰিদ্ৰ অৱস্থাত থকা বহুতো মানুহে যুদ্ধৰ সুযোগ লৈ ধনী হৈ উঠে আৰু বহুতো অৱস্থাপন্ন মানুহে ভিখাৰীৰ লাওলোটা লবগীযা হয। জ্ঞানী লোকে 'যি হয সেযে হওক' মনোভাবেৰে বাযুভূত নিৰালম্ব নীতি অবলম্বন কৰি মানুহৰ অন্তৰৰ পশু-স্বভাৱৰ প্ৰতি আওকাণ কৰাৰ ফলত আৰু 'যুদ্ধত লিপ্ত নহবা' বুলি পৃথিবীক সতৰ্কবাণী নুশুনোৱাৰ ফলত যুদ্ধৰ সৃষ্টি হয। সাহিত্যিক-শিল্পীযে মানৱ জাতিক এনেকুৱা সতৰ্কবাণী শুনোৱা কৰ্তব্য বুলি মই সদাযে বিশ্বাস কৰি আহিছো। কিন্তু আমি—সাহিত্যিক-শিল্পীসকলে

—আমাৰ কৰ্তব্যৰ ত্ৰুটি কৰাৰ ফলতে যুদ্ধ সংঘটিত হ'বলৈ পালে। দুখেৰে সৈতে আমি স্বীকাৰ কৰিব লাগিব পৃথিবীত যদি এখনৰ পিছত এখনকৈ যুদ্ধ সংঘটিত হৈ থাকে, তেন্তে কৰ্তব্যৰ প্ৰতি অবহেলাৰ দোষত আমিযে দোষী হ'ম। ৰণক্ষেত্ৰত যিসকলে যুদ্ধ কৰে, সিহঁতক দোষ দি লাভ নাই, কাৰণ সিহঁতৰ দৃষ্টি সীমিত, ভৱিষ্যতৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰাৰ শক্তি সিহঁতৰ নাই। ইতিহাসৰ কাল নিৰূপক যন্ত্ৰৰ সম্যক জ্ঞান থকা সত্বেও যিসকলে যুদ্ধ পৰিহাৰ কৰিবলৈ চেষ্টা নকৰে, আচামীৰ কাঠগড়াত তেওঁলোকেই থিয় হ'ব লাগিব।

ইতিহাস এটা ঘড়ীৰ দৰে। ঘড়ীত পাঁচবজাৰ পিছত ছয়হে বাজিব, চাৰি নাবাজে। আনহাতে কিছুমান কবি-সাহিত্যিক আৰু দাৰ্শনিকে এনেকুৱা শূন্য ভাৱনাত বিভোৰ হৈ থাকে যে তেওঁলোকে নিজৰ দোষ নাইকিয়া বুলিয়েই ভাবে। তেওলোক উৰি ফুৰে কল্পনা-ৰাজ্যত, কিন্তু তেওঁলোকৰ চৰণতলৰ পাৰ্থিৱ ফুল বাগিছাত কিলবিল কৰা ক্ৰিমিকীটৰ প্ৰতি আৰু ইতিহাস-ঘড়ীৰ প্ৰহৰে প্ৰহৰে হোৱা পাশবিক শক্তিৰ মত্ত জাগৰণৰ প্ৰতি তেওলোকে দৃষ্টিপাত নকৰে বা কৰিবলৈ ইচ্ছা নকৰে। যুদ্ধৰ অমংগলীয়া মূল কাৰণৰ পূৰ্ণোচ্ছেদ ঘটাব নোৱাৰালৈকে যুদ্ধৰ অন্যান্য আনুষংগিক কাৰণবোৰক বাধা দি পৃথিবীক ৰক্ষা কৰিবলৈ চেষ্টা কৰিব লাগিব। অন্ততঃ মোৰ বিশ্বাস এয়ে।

মোৰ বিশ্বাস যে মই মোৰ ওচৰ-চুবুৰীয়াক এটা মাত্ৰ উপকাৰ কৰিব পাৰো—যুদ্ধক ঘৃণা কৰিবলৈ আৰু যুদ্ধৰ কাৰণবোৰ উচ্ছেদ কৰা কামত মন-প্ৰাণ সঁপি দিবলৈ শিকোৱা। লোভৰ ফলত যুদ্ধৰ জন্ম হয়, নিজৰ যিখিনি আছে সেইখিনিতে সন্তুষ্ট নাথাকি আনক দুখ-যন্ত্ৰণাৰ মাজলৈ ঠেলি দি মুনাফা ঘটিবলৈ কৰা চেষ্টা আৰু প্ৰতিবেশীক সহায় কৰাতকৈ অনিষ্ট কৰাৰ ইচ্ছাই যুদ্ধৰ জন্মত সহায় কৰে। প্ৰত্যেকজন মানুহ যদি সৎ হলহেঁতেন, তেন্তে সিহঁতে নিজকে আৰু বেছি উন্নতিৰ স্তৰলৈ লৈ যোৱাৰ সুযোগ পালেহেঁতেন বুলি মোৰ ধাৰণা। দেশপ্ৰেমিকহঁতে কয় যে সিহঁতে নিজৰ কাৰণে যুদ্ধ কৰা নাই, সতি-সন্ততিৰ কাৰণেহে কৰিছে, ভৱিষ্যত বংশধৰসকলৰ জীৱন-ধাৰণৰ অৱস্থা উন্নত কৰিবলৈহে যুদ্ধত লিপ্ত হৈছে। সেই দেশপ্ৰেমিকহঁতক মই এই কথাকে কব খোজো যে প্ৰথমে তোমালোক নিজে সৎ হোৱা, তেতিয়াহে

তোমালোকৰ ল'ৰা-ছোৱালীয়েও ভাল ধৰণে থাকিবলৈ সমৰ্থ হ'ব। তোমালোকৰ নিজৰ নিজৰ সৰু ঘৰখন আটোম-টোকাৰিকৈ ৰাখা, শাক-পাচলিৰ বাৰী এখনো কৰা নিজৰ পৰিশ্ৰমেৰে। তোমালোকৰ মৃত্যুৰ পিছত তোমালোকৰ ল'ৰাছোৱালীয়ে আজি দেখাৰদৰে বোমা-বিধ্বস্ত, সৈন্য আৰু ডকাইতৰ দ্বাৰা লুণ্ঠিত হোৱা ঘৰৰ ধ্বংসাৱশেষ দেখিবলৈ নাপাব।

যুদ্ধৰ আৱৰ্জনা-স্তূপৰ মাজত আবিৰ্ভাৱ হোৱা এই সৈন্য আৰু ডকাইতৰ দলে এই ধ্বংস কাৰ্য্যবোৰ কৰিযেই আজি আহাৰ মোকোলাইছে। চোৰ, খুনী ইত্যাদিৰ সংখ্যা শান্তিৰ সময়তকৈ যুদ্ধৰ সময়ত অসংখ্য গুণে বৃদ্ধি পায়। আমি—কবি-সাহিত্যিক সকলো যুদ্ধ সংঘটিত হোৱা আৰু খুনী-ডকাইতৰ সংখ্যা বৃদ্ধি হোৱাৰ বাবে দায়ী, কিযনো আমি নিষ্ক্ৰিয ভূমিকা নলৈ সক্ৰিয়ভাৱে এইবোৰত বাধা দিলে অৱস্থা ইমান বেয়াৰ ফালে নগ'লহেঁতেন। এই নিষ্ক্ৰিযতাৰ প্ৰায়শ্চিত্ত হিচাপে আজি মই বাইচাইকেলখনৰ বাবে দ্বিতীযবাৰ টকা দিবলৈ ইচ্ছা কৰিছো।

ছোৱালীজনীযে কোৱা টকাৰ আধা অৰ্থাৎ পাঁচ হাজাৰ লিৰা দিবলৈ মই সাজু হলো। অৱশ্যে এতিযাও বাইচাইকেলখন বিচাৰি উলিওৱা কামটো বাকী আছে। কিন্তু এতিয়া চোৰহঁতৰ লগত তৰ্ক-বিতৰ্ক, অনুনয-বিনযৰ বাবে আৰু সময নাই। এইবিলাক কৰিলে ছোৱালীজনীৰ খং উঠিব আৰু মোৰ ওপৰত সন্দেহ জন্মিব, জানোচা মই চোৰটোক বিচাৰি উলিযাই তাৰ বিৰুদ্ধে কাৰ্য্যপন্থা হাতত লওঁ!

মই প্ৰস্তুত হৈ তাইক চমুকৈ কলো যে মোৰ বাইচাইকেল চুৰি কৰা ডেকা গুণ্ডাটোৰ নাম মই ইতিমধ্যেই জানিব পাৰিছো।

'আপুনি কেনেকৈ জানিলে?'—আশ্চৰ্য্য হোৱাতকৈ তাই সন্দিগ্ধ হৈহে সুধিলে।

মই কলো যে এজন মানুহে পাপ্পাক মোৰ এলুমিনিযামৰ বাই-চাইকেলখনৰ সৈতে ভিযা ডেল পোনিকোত দেখা বুলি মোক বাতৰি দিছে। পাপ্পাই যে সেইখন বেচিব খুজিছে আৰু কোনোবা এজন বাইচাইকেল ব্যৱসাযীক দিব খুজিছে সেই কথাও মই জানো বুলি ছোৱালীজনীক কলো।

'পাপ্পা ?'—ছোৱালীজনীয়ে কলে। 'আলবার্টোৰ উপাধি পাপ্পা নেকি মই নাজানো। হয়তো হবও পাৰে। মই তাক চিনি পাওঁ।'

পাপ্পাৰ বিষয়ে বিশেষ কোনো কথা উল্লেখ নকৰি তাই মাত্ৰ 'মই তাক চিনি পাওঁ' বুলি কৰা উক্তিৰ পৰা ভিযা ডেল পেনিকোৰ অধিবাসী-সকলৰ মাজত থকা ঐক্যৰ কথা বুজিব পাৰি। পাপ্পাই চুৰি-ডকাইতিৰ কাৰণে ইতিমধ্যে কেবাবাৰো জেল খাটিছে। ছোৱালী জনীয়ে এই কথা স্পষ্টকৈ নক'লে, যদিও পাপ্পাৰ নাম উচ্চাৰণ কৰি লিন্দাৰ ফালে চকু টিপিয়াওঁতে মই বুজিব পাৰিলো।

'বাৰু। এতিযা আমি কি কৰিম জানে? শুনক। মই মা'ক এই বিষয়ে ক'ম আৰু মা'ই আলবার্টোক সৈমান কৰিবলৈ চেষ্টা কৰিব।' এই কথাৰে তাই মোক আলবার্টোয়েই যে আচলতে পাপ্পা সেইকথা মোক জানিবলৈ দিলে। 'কিন্তু আপুনি দিব খোজা পাঁচ হাজাৰ লিৰা ক'ত? মইতো আপোনাক টকা ধাৰলৈ দিব নোৱাৰো।'

'তুমি সদায় খং কৰা!'—লিন্দাই বান্ধৱীক বাধা দি কলে। মাষ্টৰনীয়ে ছাত্ৰীক ধমক দিয়াৰ নিচিনাকৈ লিন্দাই বান্ধৱীৰ ফালে চালে। লিন্দাই হয়তো পাহৰিছে যে এদিন তাইকো অন্য মানুহে সেইদৰেই ধমক দিছিল আৰু তায়েই আমেৰিকানবোৰৰ পৰা কেনেকৈ টকা আদায় কৰিব লাগে তাৰ কৌশল ছোৱালীজনীক শিকাইছিল।

'আচ্ছা, আমি এটা কাম কৰো,' লিন্দাই মোৰ ফালে আঙুলিয়াই বান্ধবীক কলে, 'মই এওঁক চিনি পাওঁ। এওঁ এজন চিত্ৰকৰ। এওঁৰ অধীনত মই কাম কৰিছিলো, এই কথা তোমাক আগেয়ে কেবাবাৰো কৈছো। তেওঁ ধুনীয়া এটা ষ্টুডিঅ' আৰু এটা ঘৰৰ মালিক। তেওঁ নিজকে দুখীয়া বুলি কলেও সেই কথা সঁচা নহয়। মই তেওঁক সহজেই পাঁচহাজাৰ লিৰা ধাৰলৈ দিব পাৰো। আমি এটা কাম কৰো। যদি তুমি তোমাৰ মা'ৰ যোগেদি বাইচাইকেলখন পুনৰুদ্ধাৰ কৰিব পাৰা, তেন্তে মই পাঁচহাজাৰ লিৰা ধাৰলৈ দিম, কাৰণ তেওঁ মোৰ ধাৰ পিছত সুজিব বুলি মোৰ বিশ্বাস আছে।'

তাৰপিছত তাই মোৰ ফালে চাই কলে 'ধাৰ পৰিশোধ কৰাৰ সময়ত তুমি মোক ছয় হাজাৰ লিৰা দিব লাগিব। কিন্তু সাৱধান, দুই সপ্তাহক

ভিতৰত সুদে-মূলে ছয়হাজাৰ নিদিলে হয় বাইচাইকেলখন মই পঠাই নিদিওঁ, নহয় সাত হাজাৰ লিবা দাবী কৰিম !'

লিন্দাই ধেমালি কৰিছিল। অৱশ্যে তাই টকা সুদলৈ দিয়া ব্যৱসায়কে ধৰি সকলো কাম কৰিবলৈ সমৰ্থ। তাইৰ ক্ষুদ্ৰ মগজুত ধনী হোৱাৰ আকাঙ্ক্ষা জন্মিছে। কিন্তু মোৰ লগত সুদৰ ব্যৱসায় কৰাৰ কথা ভবা নাই। কালাব্ৰিযাৰ কচাই এজনৰ ছোৱালী তাই, বেশ্যালি ব্যৱসায় কৰাৰ তাইৰ কোনো আৱশ্যকেই নাছিল। জাৰ্মানবোৰ গুচি যোবাৰ পিছত তাই ঘৰলৈ উভতি যাব পাৰিলেহেঁতেন। কিন্তু তাৰ পৰিবৰ্তে তাই টকা গোটাই ধনী হোৱাৰ পিছতহে কালাব্ৰিযালৈ ঘূৰি যাবলৈ স্থিৰ কৰিলে। কোনে জানে, হয়তো তাই পাঙিছে ঘূৰি গৈ বিয়া কৰাবলৈ, ডাঙৰকৈ মাংসৰ দোকান এখন দি বাকী গোটেই জীৱনটো মুৰ্গীৰ মাংস বেচি সুখী আৰু ধনী হবলৈ ? হিংসা আৰু অসৎ কামৰ জৰিযতে মানুহ ধনী হব পাৰে, কিন্তু চিত্ৰাংকন আৰু কবিতাৰ জৰিযতে কেতিয়াও নোৱাৰে।

লিন্দাৰ বৈষযিক জ্ঞানৰ পৰিমাণ সঠিককৈ জুখিবলৈ মোৰ শক্তি নাই। আজিকালি তাইৰ হিয়া প্ৰেমশূন্য হৈ গৈছে, সম্পূৰ্ণ নীৰস হৈ পৰিছে। তাইৰ কামনাত আজিকালি কোনো উচ্ছ্বাস নাই, দেহৰ যথেচ্ছাচাৰৰ বিনিময়ত বেছি টকা উপাৰ্জন কৰাৰ ইচ্ছাইহে তাইৰ মন অধিকাৰ কৰিছে। মৰিণা কিন্তু এনেকুৱা নহয। মৰিণাৰ উত্তাপ আছে, সদায আনন্দমনেৰে দেহ দান কৰে। তাড়নাতহে তাই পুৰুষৰ আলিংগনাবদ্ধ হয। কিন্তু লিন্দা হিচাবী হৈ উঠিছে। তাইৰ মানত প্ৰেমৰ কোনো মূল্য নাই। লবণুৰ দৰে বগা তাইৰ দেহটো তাই সৈনিকক খেলাৰ বস্তু হিচাপে বেচে। তাৰপৰা তাই হযতো কিবা আনন্দ পায, কিন্তু তাইৰ প্ৰধান লক্ষ্য হৈছে সিহঁতৰ ওপৰত ৰঘুমলাৰ দৰে জীযাই থকা। জীৱ হিচাপে তাইক জোকৰ সৈতে তুলনা কৰিব পাৰি, তাই তেজ আৰু টকা চুহি আনে। দুই-এটা সৎ কাম তাই নকৰা নহয, কিন্তু সেই সৎ কামৰ জৰিয়তে কিবা স্বাৰ্থসিদ্ধি হোৱা যেন দেখিলেহে কৰে। আন নহলেও মানুহে বুদ্ধিমতী আৰু ভাল ছোৱালী বুলি ভাবক—এই উদ্দেশ্যেৰেই দুই-এটা সৎ কাম মাজে-সময়ে কৰে।

'বাৰু, আমি তেন্তে কি কৰিম ?'—মই দোহাৰিলো।

'একো চিন্তা নকৰিবা, মই তোমালৈ টেলিফোন কৰিম।'—লিন্দাই উত্তৰ দি কলে যে বাইচাইকেলখন নিশ্চয় পোৱা যাব আৰু মই ছয়হাজাৰ লিৰা দিব লাগিব , সেই ছয়হাজাৰৰ এক হাজাৰ তাই নিজে ৰাখিব।

দুপৰীয়া ভিয়াডেল পোনিকো গাভৰু তিৰোতা আৰু ছোৱালীৰে পৰিপূৰ্ণ। তিৰোতাবোৰে ৰাজহুৱা ৰন্ধনশালাৰ পৰা খাদ্য-সংগ্ৰহ কৰিবলৈ অহা-যোৱা কৰিছে আৰু ছোৱালীবোৰে ভিয়া ডেল ট্ৰিটোনৰ হোটেলবোৰত কৰা কৰ্মৰ বাবে গৰ্ব অনুভৱ কৰিছে। ছোৱালীহঁতৰ দেহত গৰম কাপোৰ, চুলিত হেয়াৰ ড্ৰেচাৰৰ সহায়ত কৰা টো। ভিয়া পোনিকোত হেয়াৰ ড্ৰেচাৰ নাই, আছে ভিয়া টোকাচেলি, ভিয়া ভেনটো আৰু ভিয়া ডেল ট্ৰিটোনত। হেয়াৰ ড্ৰেচিঙৰ দোকানৰ ঠেক দুৱাৰৰ মাজেৰে ছোবালীবোৰক আহ-যাহ কৰা দেখা যায়। ভিয়া ডেল ট্ৰিটোনৰ হোটেলবোৰৰ পৰা ওলাই ছোৱালীবোৰ দুপৰীয়া অন্তত এবাৰ পোন্ধৰ মিনিটৰ বাবে হলেও সিহঁতৰ ভগা জুপুৰীবোৰলৈ যায়। কাৰণ সেই সময়খিনিতে সিহঁতে আমেৰিকানহঁতৰ পৰা উপহাৰ হিচাপে দিয়া বস্তুবোৰ আৰু চুৰি কৰি অনা অন্যান্য বস্তুবোৰ ঘৰত থৈ আহেগৈ। এজনী ছোবালীয়ে তাইৰ বুঢ়ীমাকৰ কাৰণে এটুকুৰা ধুনীয়া বিলাতি চাবোন আনিছে। প্ৰথমতে তাই সৰু ছোবালীৰদৰে উল্লাসিত হৈ চাবোন-ডোখৰ হাতেৰে ঘূৰাই আছিল , খন্তেক পিছতে তাই প্ৰাচীন ৰোমান সম্ভ্ৰান্ত লোকৰ ঘৈণীৰ দৰে নাইবা হোৰেচৰ কাব্যৰ বা টিউটোনিয়াচৰ ব্যংগ ৰচনাৰ উপপত্নীবোৰৰ দৰে এক গাম্ভীৰ্য্যৰ ভাব অৱলম্বন কৰিলে। দৌৰাদৌৰিকৈ আহযোৱা কৰা ডেকা ল'ৰাবোৰে ভাগ্যৱতী বেশ্যাবোৰক একাষৰীয়া হৈ বাট এৰি দিছে। এই বেশ্যাবোৰ সিহঁতৰ ল'ৰা কালৰ বান্ধৱী , ইহঁতৰ সৈতে ল'ৰাহঁতে প্ৰথমে চুৰি কৰিছিল, প্ৰথমে জেল খাটিছিল আৰু প্ৰথমে আদালতলৈ গৈছিল। দুৰ্বলী আৰু চুৰি কৰিবলৈ অসমৰ্থ হোৱা বুঢ়াবোৰে বাদাম ভাজিবলৈ ধৰিছে , কিছুমান ব্যস্ত টাৰ্কি চৰাইৰ পাখি সংগ্ৰহ কৰা কামত, পাখিবোৰেৰে সিহঁতে দামী বিচনী তৈয়াৰ কৰিব। ভিয়া ডেল পোনিকোত ক'লা বজাৰৰ পূৰ্ণ পয়োভৰ চলিছে। হাজাৰ হওক, দুখীয়া মানুহবোৰেও খাই-লৈ বাচি থাকিব লাগিব। দুবেলা দুমুঠি আহাৰ সংগ্ৰহ কৰাৰ বাবে সিহঁতে সীমাহীন কৌশল আৰু কুটবুদ্ধি অৱলম্বন কৰে।

ভিয়া ডেল পেনিকোৰ আৱৰ্জনাময় মানৱ-স্ৰোতৰ অন্তঃস্ৰাৱী নৰ্দমা গৈ বাহিৰ হৈছে পন্ট চেন্ট এংগেলোত। পন্ট চেন্ট এংগেলো হ'ল এখন দলং, বাৰ্নিনি আৰু তেওঁৰ শিষ্যবৃন্দই তৈয়াৰ কৰা পাখি লগা দেৱদেৱীৰ মূৰ্তিবোৰ দলঙত সজোৱা আছে। যেতিয়া এই নৰ্দমাই মূৰ দাঙি উঠিব ( যেনেকৈ এবাৰ মূৰ দাঙি উঠি ৰেগিনা জেলখানাৰ সহকাৰী ডিৰেক্টৰক টাইবাৰ নৈৰ বুকুলৈ নিক্ষেপ কৰিছিল। ) আৰু দলঙৰ মূধচ চুৰগৈ, তেতিয়া ৰোমৰ বিৰাট ভদ্ৰলোকহঁতৰ সৰ্বনাশ হব। ৰোমৰ সাধু লোকসকলৰো সেই একে দশাই হব। কাৰণ ভিয়া ডেল পেনিকোত তেতিয়া আৰু সূক্ষ্ম তৰ্কবিতৰ্কৰ কোনো স্থান নাথাকিব।

লিন্দাৰ পৰা টেলিফোনত খবৰ পাম বুলি আশা কৰি মই কেবা-দিনো উৎকণ্ঠাৰে কটালো। হেৰোৱা বস্তু বিচাৰি পোৱাত অসীম আনন্দ আছে, হেৰাই পোৱা বস্তুৰ মূল্য আগতকৈও বেছি যেন লাগে। সেই কেইদিন প্ৰেছৰ মানুহ, 'প্ৰহাৰেণ ধনঞ্জয়' কৰিবলৈ ইচ্ছা যোৱা বাজে মানুহ আৰু ভুল সংযোগ পোৱা মানুহ কেইবাজনৰ পৰা টেলিফোন আহিল।

ইতিমধ্যে মই মোৰ শিল্পৰ কামত মনোনিবেশ কৰিবলৈ আৰম্ভ কৰিছিলো, কিন্তু বাৰে বাৰে বাইচাইকেলখন পুনৰুদ্ধাৰ হোৱাৰ আশাৰ ৰেঙনিয়ে মনত ভুমুকি মাৰিবলৈ ধৰিলে। সৰহ ভাগ মানুহৰ দৰে মোৰ আজি আপদ-বিপদ অনেক, এটাৰ পিছত এটাকৈ বিপদ আহি আছে। এটা বিপদ অতিক্ৰম কৰাৰ পিছ মুহূৰ্ততে দুটা বিপদ একেলগে আহে। এনেকুৱাই অৱস্থা। দিনে দিনে জঠৰাগ্নি বেছিকৈ জ্বলি উঠে। কাউন্ট উগালিন'ৰ দৰে দুৰ্ভাগ্য আমি বৰণ কৰিবলগীয়া নহওঁ বুলি আমাৰ বিশ্বাস আছিল, এতিয়াও সেই বিশ্বাস আছে। কিন্তু ক্ষুধাৰ যন্ত্ৰণা তেনেকুৱাই ভয়ংকৰ। আমি যেন সুউচ্চ পৰ্বতৰ মাজৰ উপত্যকাৰ একেবাৰে তলীত পৰি ক্ৰমে বৰফত পৰিণত হবলৈ ধৰিছো, পৰ্বতৰ চূড়াত যেন দেখা গৈছে বজ্ৰ-ধুমুহাৰ সংকেত, ক'লা ডাৱৰ ফালি যেন অভেদ্য, ভয়ংকৰ, দানবীয়, তুষাৰাবৃত চূড়াবোৰ ওলাই পৰিছে। যদিও মাজে মাজে তুষাৰাবৃত চূড়াবোৰ শেঁতা ৰ'দত যেন জিলিকি উঠিছে ( মোৰ বাবে মোৰ অক'মানি কন্যা লুচিয়ানেলাৰ চকুৰ চাৱনিয়েহে যেন

এই শেঁতা ৰ'দ ) , তথাপি উপত্যকাৰ গভীৰত যেন ৰাতিৰ অন্ধকাৰ নামি আহিছে। দিন যোৱাৰ লগে লগে বৰ্তমানৰ সংগ্ৰামৰ পৰা পৰিত্ৰাণৰ আশা ক্ষীণ হৈ আহিছে। আমাৰ মৃত্যুৰ, জ্বালা-যন্ত্ৰণাৰ, ক্ষুধাৰ পূৰ্বাভাস দিনে দিনে হয়তো আৰু প্ৰকট হৈ উঠিব পাৰে। কিন্তু এইবোৰৰ প্ৰতি আমাৰ অনুভূতি-শক্তি যেন প্ৰস্তৰীভূত হৈ গৈছে, আমি যেন অনুভূতিহীন শিলাখণ্ডত পৰিণত হৈছো। কাৰণ ক্ষুধা হল জাৰত ঠেৰেঙা লাগি লাহে লাহে হোৱা মৃত্যুৰ দৰে। আমি কাণেৰে একোকে নুশুনা হৈছো, ইন্দ্ৰিয়বোৰ শক্তিহীন হৈ গৈছে, অনুভৱ কৰা শক্তি হেৰুৱাৰ বাবে আহাৰ্য্যৰ প্ৰতি আমাৰ স্পৃহাও ক্ৰমাত কমি আহিছে , আমি যে এসময়ত মাংস আৰু ভজা কণী খাইছিলো, অন্ততঃ পিঠা বা ক্ৰীম খাইছিলো এইবোৰ কথা আজিকালি আৰু মনত নপৰা হৈছে। অত্যন্ত ক্ষুধিত মানুহে ক্ষুধাৰ যন্ত্ৰণা শেষত অনুভৱ কৰিব নোৱাৰা হয়। ক্ষুধা আপোনা-আপুনি লয় হয়। এনেকুৱা চৰম অৱস্থাত আমি এতিয়াও উপনীত হোৱা নাই সঁচা , কিন্তু ইতিমধ্যে শীতৰ পদধ্বনি শুনা গৈছে। উপৰ্য্যুপৰি ক্ষুধা, মাহে মাহে উপবাস ইমান ঘন হৈছে যে আমি স্বাদ-অনুভূতি হেৰুৱাই পেলাইছো। মই মাংস, পিঠা, বিলাতী বেঙেনাৰ চাটনী ইত্যাদিৰ কথা কৈছো সঁচা কিন্তু সেইবোৰ যে কি বস্তু সেই কথা পাহৰি গৈছো। আমাৰ দৰে সৎপথত চলা মানুহে স্বাদ-অনুভূতিৰ স্মৃতি পৰ্য্যন্ত বিস্মৃত হৈছে।

যি নহওক, এইবোৰ সত্বেও তৃতীয় দিনা যেতিয়া টেলিফোন বাজিল আৰু মই লিন্দাৰ কণ্ঠস্বৰ শুনিবলৈ পালো, তেতিয়া যেন মই পুনৰ্জীৱন পালো, যেন হঠাৎ দুখ-সমুদ্ৰৰ মাজৰ পৰা উদ্ধাৰ পালো। লিন্দাই ফোনত কৈছিল যে পাঁচ হাজাৰ লিৰা গ্ৰহণ কৰিবলৈ সম্মত হৈ পাম্পাই বাইচাইকেলখন ওভোতাই দিছে।

খন্তেক পিছতে লিন্দাৰ বান্ধৱীয়ে মোৰ ষ্টুডিঅ'ৰ দুৱাৰত টুকুৰিয়ালেহি। বাইচাইকেলখন তাই লগতে লৈ আহিছে, হেন্দেলত গুজি থোৱা আছে এথোপা গোলাপ ফুল। লিন্দাই দাবী কৰা মতে ছয়হাজাৰ লিৰা মই নিদিলো। মই মাত্ৰ পাঁচ হাজাৰ লিৰা দিলো আৰু কৃতজ্ঞতাৰ চিন স্বৰূপে এটা সৰু ৰূপৰ আঙুঠি লগতে দিলো।

পাম্পাই কিবা আপত্তি কৰিছিল নে বাইচাইকেলখন ঘূৰাই দিবলৈ

তৎক্ষণাৎ সম্মতি দি টকাখিনি গ্রহণ কৰিছিল, কব নোৱাৰো। বাই-চাইকেলখন পুনৰুদ্ধাৰ কৰা কাৰ্য্যত অযথা গুৰুত্ব আৰোপ কৰা বাবে শেষত মই নিজৰ ওপৰতে বিতৃষ্ণ হৈছিলো। কিন্তু মই পুনৰ কওঁ যে হেৰোৱা বা অপহৃত বস্তু পুনৰুদ্ধাৰ কৰি পোৱা আনন্দতকৈ সুক্ষ্ম আনন্দ আন একোতে পোৱা নাযায। সেয়ে দেশত স্বাভাবিক অৱস্থা ঘুৰি অহাৰ পিছত মানুহে আমোদৰ উপকৰণ বিচাৰিলে তলত দিয়া মতে কাম কৰিলে বোধহয় সহজে বিচাৰি পাব ° তোমাৰ মূল্যৱান বস্তু এটা চুৰি কৰি কৰিবলৈ দিয়া, অৱশ্যে ধেমালি কৰিহে চুৰি কৰিব লাগিব, কিন্তু ধেমালি কৰিহে যে চুৰি কৰিছে সেই কথা তোমাক জানিবলৈ দিব নালাগিব। তাৰপিছত মই যেনেকৈ বাইচাইকেলখন বিচাৰি হাবাথুৰি খুই ঘূৰি ফুৰিছিলো, সেইদৰে তুমিও ঘুৰি ফুৰা। এইদৰে উদ্বিগ্ন হৈ ঘুৰি ঘুৰি যেতিয়া বস্তুটো বিচাৰি উলিযাব পাৰিবা, তেতিয়া দেশৰ স্বাভাৱিক অৱস্থা সত্বেও তুমি যি আনন্দ অনুভব কৰিবা, সি আজিতকৈ কোনো গুণে কম বা বেলেগ নহব।

হেৰুৱাখিনি বিচাৰি ফুৰি জীৱনত যেনেকৈ মই দুবাৰ বাইচাইকেল বিচাৰি উলিওৱাত কৃতকাৰ্য্য হৈছিলো, তেনেকৈ জীৱনৰ হেৰুৱাখিনিও এবাৰ, দুবাৰ, তিনিবাৰ বিচাৰি উলিযাব পাৰি। কিন্তু মই নিজে হয়তো তৃতীয়বাৰ একোকে বিচাৰি উলিয়াব নোৱাৰিম। সকলো ধৰণৰ অস্তিত্বৰ ক্ষেত্ৰত এই কথা খাটে। বিপদ-বিঘিনি পাৰ হৈ অৱশেষত জীৱনৰ দৌৰৰ গতি হেৰাই যায। জন্মৰ মুহূৰ্তৰ পৰা এই দৌৰ আৰম্ভ হয। গৰ্ভৰ নিৰাপত্তা হেৰুৱাই শিশুৱে কান্দে। সদ্যোজাত শিশুৱে চকুকেইটা টানকৈ মুদি মাকৰ স্তনত গোলাপৰ পাহিৰ দৰে নাকটো লগাই গাখীৰ খোৱা বাট বিচাৰে। পিছত মাকৰ গাখীৰৰ বাহিৰেও আন খাদ্য খাব পৰা হলে দেউতাকৰ হাতত ধৰি প্ৰথমে খোজ কাঢ়িবলৈ শিকে। মৃত্যুৰ আগ মুহূৰ্তলৈ মানুহে বহু বস্তু বিচাৰে। কিন্তু মৰাৰ আগতে মই বিচাৰিম এখন সহৃদযতা পূৰ্ণ মুখ। সেই মুখখন যে লুচিযানেলাৰ মুখ হব, তাত মোৰ সন্দেহ নাই। মোৰ জ্বালা-যন্ত্ৰণাৰ অন্তিম দিনবোৰ সেই মুখখনিৰ আলোকৰ ঝৰণা-ধাৰাত উটুৱাই দি অন্তিম শয়নত ঢলি পৰিম।

—**—